# অসমৰ জাতীয় ঐতিহ্যৰ প্ৰাণোচ্ছলতা



গুৰু প্ৰসাদ তামুলী

*মোৰ পৰম শ্ৰদ্ধাৰ পিতা আৰু আই*
*প্ৰয়াত গোলাপ চন্দ্ৰ তামুলী আৰু সাবিত্ৰী বালা তামুলী*
*আৰু*
*প্ৰয়াত পত্নী কুন্তলা তামুলীৰ পবিত্ৰ স্মৃতিত*
*শ্ৰদ্ধা আৰু মৰমৰ চিন স্বৰূপে এই নিঃকিনৰ গ্ৰন্থখনি উচৰ্গা কৰিলোঁ*

***শ্ৰীগুৰু প্ৰসাদ তামুলী***

# আগলি বতৰা

অসম ৰাজ্যৰ পুৰণি স্বৰ্ণপীঠৰ অন্তৰ্গত আৰু বৰ্তমান শোণিতপুৰ জিলাৰ জামুগুৰিহাট ঐতিহ্যমণ্ডিত সাংস্কৃতিক কেন্দ্ৰৰূপে বাৰে চহৰীয়া ভাওনাৰ থলী হৈ জিলিকি আছে। এই জামুগুৰিহাটতে অসমৰ বৰেণ্য নেতা ত্যাগবীৰ হেম বৰুৱাৰ নামেৰে এখন মহাবিদ্যালয় সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি আছে। এই মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক শ্ৰীগুৰুপ্ৰসাদ তামুলী এজন নিষ্ঠাবান লেখক তথা সমাজসেৱীৰূপে সু-প্ৰতিষ্ঠিত হৈ জামুগুৰিহাটতে বসবাস কৰি আছে। কুৰি শতিকাত সত্তৰৰ দশকতে গুৱাহাটীত স্থাপিত অসম ভাষাবিজ্ঞান সমিতিৰ সৈতে অধ্যাপক তামুলী আজীৱন সভ্য আৰু মিহলাত কৰ্মীৰূপে সুপৰিচিত। তেওঁলোকৰ উদ্যমতে জামুগুৰি ত্যাগবীৰ হেম বৰুৱা মহাবিদ্যালয়ত অসম ভাষা বিজ্ঞান সমিতিৰ এখন মনোজ্ঞ আলোচনা চক্ৰ ইতিপূৰ্বে অনুষ্ঠিত হৈ গৈছে। ......সম্প্ৰতি অধ্যাপক তামুলীয়ে পুৰণি আৰু আধুনিক অসমীয়া সাহিত্যৰ কেইটামান সুচিন্তিত প্ৰবন্ধ ৰচনা কৰি প্ৰকাশৰ যো-জা চলাইছে আৰু এই প্ৰবন্ধ চয়নৰ বিষয়ে আমাৰ অভিমত বিচাৰিছে।

'অসমত শৈৱধৰ্মৰ প্ৰাচীনত্ব আৰু শিৱ উপাসনাৰ প্ৰাধান্য—অতীতৰ পৰা বৰ্তমানলৈ' নামৰ প্ৰবন্ধটিতে অধ্যাপক তামুলীয়ে এনেদৰে লিখিছে— "......অসমৰ শৈৱধৰ্মৰ এটা প্ৰধান বিশেষত্ব হৈছে ই তান্ত্ৰিকতাৰ পটভূমিত গঢ়ি উঠিছে আৰু শৈৱধৰ্মৰ সৈতে শাক্ত ধৰ্ম একাকাৰ হৈ পৰিছে। স্বৰূপাৰ্থত শিৱ আৰু শক্তি অভিন্ন। পুৰুষ আৰু প্ৰকৃতিকেই শিৱ আৰু শক্তিৰূপে প্ৰতিপন্ন কৰিছে।......"

কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, স্কন্দপুৰাণ আদি গ্ৰন্থৰ ডক্টৰ বাণীকান্ত কাকতিয়ে দিয়া উদ্ধৃতিৰ আধাৰত লৈ অধ্যাপক তামুলীয়ে বিষয়টোৰ খৰচি মাৰি আলোচনা কৰিছে।

স্বৰ্গদেউ ৰুদ্ৰসিংহ ৰচিত অসমীয়া 'শিৱপুৰাণ'ৰ সংস্কৃত শিৱপুৰাণৰ সৈতে মিল-অমিল দাঙি ধৰি অসমীয়া শিৱপুৰাণত শিৱৰ লোকায়ত ৰূপৰ বৰ্ণনা নাই আৰু অসমত বৈষ্ণৱ, শাক্ত আৰু শৈৱ মতৰ সমন্বয় তথা সহাৱস্থান দেখিবলৈ পোৱা যায় বুলি লেখকে অভিমত দিছে।

শ্ৰীশঙ্কৰদেৱ ৰচিত 'ভক্তি ৰত্নাকৰ" গ্ৰন্থৰ 'গুৰু সেৱা মাহাত্ম্য', 'ঈশ্বৰ নিৰ্ণয় মাহাত্ম্য', 'সাধু সঙ্গৰ মহত্ত্ব', মায়া তৰণৰ উপায়' সম্পৰ্কে প্ৰবন্ধ চাৰিটা অধ্যাপক

তামুলীয়ে সহজভাৱে লিখি আধ্যাত্মিকতাৰ সাৰাংশ প্ৰকাশ কৰিছে। শ্ৰীশংকৰদেৱৰ কীৰ্ত্তন ঘোষাৰ অন্তৰ্গত 'হৰমোহন' আৰু বেদস্তুতিত প্ৰকাশিত একেশ্বৰবাদ আৰু অদ্বৈতবাদ নামৰ প্ৰবন্ধটিত শঙ্কৰাচাৰ্যৰ ব্ৰহ্মসূত্ৰৰ পটভূমিত শঙ্কৰদেৱ যে এই দুই মতৰ পক্ষপাতী সেয়া উদাহৰণ দি প্ৰতিপন্ন কৰিছে। মাধৱদেৱৰ 'নামঘোষা'ত প্ৰতিফলিত মায়াৰ স্বৰূপ বিচাৰ, মাধৱদেৱৰ ভক্তিৰত্নাবলী গ্ৰন্থ ৰচক আৰু ৰচনাৰ আলোচনাৰ উপৰিও বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্যৰ (ভট্টদেৱৰ) ভক্তিবিবেকৰ 'নাম মাহাত্ম্য' আৰু 'নামধৰ্ম'ৰ তাৎপৰ্যৰ আলোচনামূলক প্ৰবন্ধকেইটা পাণ্ডিত্যৰ জিলিঙনি। পুৰণি সাহিত্যৰ অন্তৰ্গত শ্ৰীশঙ্কৰদেৱৰ অংকীয়া নাটৰ শ্ৰীকৃষ্ণ চৰিত্ৰ, শ্ৰীকৃষ্ণ চৰিত্ৰৰ মানৱীয় দিশ, মাধৱদেৱৰ নাটৰ শ্ৰীকৃষ্ণ চৰিত্ৰৰ আলোচনাবোৰো ধৰ্ম-তত্ত্বৰ পৰিচায়ক হৈ পৰিছে। ৰুচিনাথ কন্দলিৰ দেৱী মাহাত্ম্য প্ৰকাশক শ্ৰীশ্ৰী চণ্ডীৰ পৌৰাণিক মূল সম্বন্ধীয় প্ৰবন্ধটি আৰু ধম্মপদ সম্পৰ্কীয় প্ৰবন্ধ দুটাও তথ্য আৰু তত্ত্বৰ সমাবেশ ঘটিছে। ৰাসলীলাৰ আধ্যাত্মিক তত্ত্ব নিৰ্মল হৰিভক্তিমুখী কামভাবৰ যুক্তিসংগত বৰ্ণনা দিয়া হৈছে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'প্ৰতিমা', পদ্মনাথ গোহাঞিবৰুৱাৰ 'ধেমেলীয়া নাট', মফিজুদ্দিন আহমদৰ 'জ্ঞানমালিনী', অসমীয়া শিশু সাহিত্যৰ চমু ইতিবৃত্ত, অসমীয়া জাতীয় জীৱনত চাহ-মজদুৰসকলৰ অৱদান, অসমীয়া জাতীয় ঐতিহ্যৰ আত বিচাৰি সম্পৰ্কীয় প্ৰবন্ধকেইটা লেখকৰ আধুনিক দৃষ্টিভংগীৰ পৰিচায়ক।

এনেদৰে দেখা যায় যে বিদ্যায়তনিক অভিজ্ঞতা আৰু প্ৰবীণতা সমাবেশ প্ৰবন্ধবোৰত প্ৰতিফলিত হৈছে। বিশেষ, উপলক্ষ্যত ৰচিত হ'লেও প্ৰবন্ধবোৰৰ পঠনোপযোগিতা আৰু মূল্যবোধ অসমীয়া সাহিত্যৰ ইতিহাসৰ সৈতে সংপৃক্ত। অধ্যাপক তামুলীৰ ভাষা সহজ আৰু পোনপটীয়া; ইয়াত অবোধ্যতা অথবা বাগাড়ম্বৰ নাই। প্ৰবন্ধকেইটা পঢ়ি মই নিজৰে আকৌ অতীতলৈকে ঘূৰি যাবৰ মন গৈছে।

আশাকৰোঁ প্ৰবন্ধ সংকলনটি অসমীয়া পাঠক সমাজে আদৰেৰে গ্ৰহণ কৰিব।

২৫-৩-০৭ ইং

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য
৩৬ নবগিৰি পথ
চানমাৰি, গুৱাহাটী-৩

## সূচীপত্ৰ

# মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ অঙ্কীয়া নাটৰ শ্ৰীকৃষ্ণ চৰিত্ৰ

অঙ্কীয়া নাট মহাপুৰুষ শঙ্কৰদেৱৰ এক অনুপম সৃষ্টি। এই নাটককেই বাহন হিচাপে লৈ তেখেতে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। তেখেতে ছখন নাট ৰচনা কৰে, তাৰ ভিতৰত শ্ৰীকৃষ্ণ বিষয়ক পাঁচখন আৰু শ্ৰীৰামচন্দ্ৰ বিষয়ক এখন। অঙ্কীয়া নাটত সাধাৰণতে বহু চৰিত্ৰৰ সমাবেশ কৰা নহয় আৰু সেইকেইটাও মাত্ৰ কেইটামান চৰিত্ৰতেই সীমাবদ্ধ। চৰিত্ৰসমূহ অঙ্কন কৰোঁতে প্ৰধানকৈ নাটৰ প্ৰধান নায়ক আৰু নায়িকাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে আৰু আন চৰিত্ৰসমূহ গৌণ হিচাপে অৱতাৰণা কৰিছে। নাটকেইখনত কৃষ্ণ চৰিত্ৰই প্ৰধান নায়ক আৰু তেওঁৰ জীৱন কোনো নাটত যুৱক আৰু কোনো নাটত শিশুৰূপে ৰূপায়িত কৰিছে। বিভিন্ন নাটৰ প্ৰধান নায়িকা চৰিত্ৰ হিচাপে ৰুক্মিনী, সত্যভামা, যশোদা আৰু সীতা চৰিত্ৰক ঐতিহ্যপূৰ্ণৰূপে অৱতাৰণা কৰা হৈছে।

বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা যিহেতু অঙ্কীয়া নাট ৰচনা কৰাৰ উদ্দেশ্য, সেই কাৰণে দৰ্শকৰ অন্তৰত ভক্তিৰস সঞ্চাৰ কৰাটোৱেই প্ৰধান লক্ষ্য। অকল বৰ্ণনা-নৈপুণ্য আৰু চৰিত্ৰাঙ্কনৰ দ্বাৰা ভক্তিৰস সঞ্চাৰ কৰা নহয়, কথা সূত্ৰ, শ্লোক, ভটিমা, গীত, নৃত্য আৰু সংলাপৰ যোগেদিও এটি স্বয়ংসম্পূৰ্ণ প্ৰভাৱত উপনীত হোৱাটো লক্ষ্য কৰা যায়। সেয়ে এনে আদৰ্শ সন্মুখত ৰাখি ভক্তিযুক্ত ৰস সাধাৰণতে নাটত প্ৰয়োগ কৰা হয়। প্ৰত্যেকখন নাটতে প্ৰেম, বীৰত্ব আৰু সন্তানোচিত ৰসে প্ৰাধান্য বিস্তাৰ কৰা দেখা যায়।

অঙ্কীয়া নাটত ৰস সৃষ্টি বা সংঘাত-সৃষ্টি গৌণ, শ্ৰীকৃষ্ণৰ মহিমা প্ৰকাশ কৰাহে মুখ্য উদ্দেশ্য। প্ৰকৃততে সংঘৰ্ষ বা বিৰোধৰ মাজেদিহে চৰিত্ৰৰ মহত্ব ফুটি উঠে। অৱশ্যে সেই মহত্ব প্ৰকাশ কৰিবলৈ যাওঁতে সংঘৰ্ষ সৃষ্টি নোহোৱাকৈ নাথাকে। কিন্তু মহাপুৰুষ শঙ্কৰদেৱে সেইবোৰ বেছি তীব্ৰ কৰিবলৈ চেষ্টা কৰা নাই। অঙ্কীয়া নাটৰ প্ৰায়বোৰ কাহিনী পুৰাণৰ পৰা সংগ্ৰহ কৰা। সেয়ে তাৰ যথাযথ চিত্ৰণ তেখেতে নাটত ৰূপায়ণ কৰিছে। তাত যি সংঘৰ্ষ বা বিৰোধ সৃষ্টি কৰা হৈছে সি বাহ্যিক সংঘৰ্ষহে আৰু সেইবোৰ সংঘৰ্ষ বেছি ব্যাপক বা গভীৰ নহয়। যি কি নহওক অঙ্কীয়া নাটৰ চৰিত্ৰ সৃষ্টি কৰা মুখ্য উদ্দেশ্য নহ'লেও শঙ্কৰদেৱে শ্ৰীকৃষ্ণৰ দুমুখীয়া চৰিত্ৰ এই নাটসমূহত অঙ্কন কৰিছে—এটি মানৱীয় আৰু আনটি ঐশ্বৰিক দিশ। এই দুই ব্যক্তিত্বসূচক দিশ অঙ্কীয়া নাটত সম্যকৰূপে তেখেতে

চিত্রিত কৰিবলৈ সক্ষম হৈছে। এই মানব কৃষ্ণ আৰু ঈশ্বৰ কৃষ্ণৰ চৰিত্ৰ কেনেদৰে ফুটাই তুলিছে—প্ৰত্যেকখন নাটৰ আধাৰত আলোচনা কৰা হ'ল।

'পত্নী-প্ৰসাদ' নাটৰ কৃষ্ণ এফালে সাধাৰণ গৰখীয়া, আনফালে পৰমব্ৰহ্ম, পৰম ঈশ্বৰ, পুৰুষোত্তম, নাৰায়ণ। জ্যেষ্ঠভাতৃ বলোৰাম আৰু অন্যান্য গৰখীয়া বন্ধুসকলৰ সৈতে বৃন্দাবনত গৰু চাৰি থাকোঁতে গৰখীয়া সখীসকল ভোকাতুৰ, তৃষ্ণাতুৰ হোৱাত স্বৰ্গ প্ৰাপ্তিৰ অৰ্থে যাগ-যজ্ঞাদি কাৰ্যত লিপ্ত থকা ব্ৰাহ্মণসকলৰ ওচৰলৈ তেওঁলোকক অন্ন বিচাৰি পঠাইছিল; কিন্তু নন্দ গুৱালৰ সাধাৰণ ল'ৰা ('নন্দ-সূত-কৃষ্ণ হামাক আগু কোন হয়') বুলি হেয়জ্ঞান কৰি কৰ্ম-গৰ্বত অভিমানী ব্ৰাহ্মণসকলে অন্ন নিদি ওভোতাই পঠিয়ালে। সকলো যজ্ঞাদিৰ মূৰ্তি শ্ৰীকৃষ্ণৰ মহিমাৰ কথা তেওঁলোকে বুজি নাপালে। অন্তৰ্যামী শ্ৰীকৃষ্ণই অন্ন নাপাই বিফল মনোৰথ হৈ অহা গোপালসকলক ব্ৰাহ্মণ-পত্নীসকলৰ ওচৰলৈ অন্ন বিচাৰি যাবলৈ উপদেশ দি কৈছিল—

> বিপ্ৰ পত্নীসৱত প্ৰাৰ্থিয়ো গৈয়া অন্ন।
> সিটো স্ত্ৰীসব মোৰ ভক্ত বিপৰীত।
> দেহ মাত্ৰ গৃহত মোতেসে মাত্ৰ চিত্ত।।
> তাসম্বাত কৈবা আমি আসিবাৰ কথা।
> লাগে মানে পাইবা অন্ন বেঞ্জন সৰ্বথা।।

শ্ৰীকৃষ্ণৰ কথামতে গোপাল সখিসকলে পুনৰ ব্ৰাহ্মণ-পত্নীসকলৰ ওচৰলৈ গৈ অন্ন-ভিক্ষা কৰাত তেওঁলোকে তেওঁৰ দৰ্শন পাবৰ মানসেৰে পৰম হৰিষে সুস্বাদু অন্ন-ব্যঞ্জন, পিঠা-পনা-পায়স-পৰমান্ন আদি বিবিধ খাদ্য সামগ্ৰী লৈ আহিলে। তেওঁলোকে পতি, পুত্ৰ, পিতৃ, ভাতৃ কাৰো বাধা নেওচি গুচি আহিল। কোনো এজন ব্ৰাহ্মণে তেওঁৰ পত্নীক ঘৰৰ ভিতৰতে দুৱাৰ খিৰিকী বন্ধ কৰি ৰখাত কৃষ্ণ-দৰ্শনৰ আশা-ভঙ্গ হোৱাত কৃষ্ণৰ চৰণ চিন্তা কৰি প্ৰাণ ত্যাগ কৰি পৰম গতি লাভ কৰিলে। যিসকলে কাৰো বাধা নগণি শ্ৰীকৃষ্ণৰ সান্নিধ্য লাভ কৰিলে তেওঁলোকক উদ্দেশ্য কৰি কোৱা কথাত শ্ৰীকৃষ্ণ চৰিত্ৰত ঈশ্বৰত ফুটি উঠা দেখা যায়।

"তুমি সব ভকতৰ হেনয় লক্ষণ। পৰম চতুৰ মহাবিবেকী যাৰাসব তাৰাসব হামাক নিষ্কামে ভজয়। তেৰাসবৰ প্ৰেম-ভক্তি হামাক বশ্য কয়ল।"

কৃষ্ণ যে অন্তৰ্যামী ভগবান আৰু তেওঁ সকলোৰে অন্তৰত যে আত্মাৰূপে বিৰাজ কৰি আছে, সেই কথাটো শ্ৰীকৃষ্ণৰ ভক্তিত প্ৰকাশ পাইছে।

"হে ব্ৰাহ্মণীসব তেৰাসবক পতি পুত্ৰে অসূয়া কৰয়ে নাহি। হামু হৃদয়ে থাকি অনুমতি দেওঁ।" পিছত তেওঁলোকক প্ৰত্যয় জন্মাবলৈ শ্ৰীকৃষ্ণই দেৱতাসকলক মাতি আনি প্ৰত্যক্ষভাৱে প্ৰমাণ দেখুৱালে।

শ্ৰীকৃষ্ণৰ ঐশ্বৰিক অভিব্যক্তি এই উক্তিতো ফুটি উঠিছে।

"হে ব্ৰাহ্মণীসব বিদূৰত থাকিয়ে শ্ৰৱণ, কীৰ্তন ভক্তিয়ে হামাক যে কথা কৰাবে, নিকটে থাকি সিমতে ভকতি কৰিতে পৰায়ে নাহি, যৈচে অমৃতপাণ কৰিতে মুখে ৰুচয়ে নাহি। ইহাজানি তোৰাসব শীঘ্ৰে চলহ।"

এইদৰে বেদাদি শাস্ত্ৰজ্ঞান-ৰহিত, শৌচাচাৰহীন ব্ৰাহ্মণ-পত্নীসকলে গৃহতে থাকি শ্ৰীকৃষ্ণৰ ঐশ্বৰ্য গুণ আৰু কৰুণা লাভ কৰিব পাৰিলে, অথচ সৰ্বশাস্ত্ৰ বিশাৰদ, জ্ঞান-গৰ্বী, অহঙ্কাৰী,পণ্ডিত্যাভিমানী ব্ৰাহ্মণসকলে ঈশ্বৰ কৃষ্ণৰ অস্তিত্ব উপলব্ধি কৰিব নোৱাৰিলে। পৰিশেষত নিজৰ স্ত্ৰীতকৈও অধম বুলি জানি, অনুশোচনাত দগ্ধ হৈ ঈশ্বৰ কৃষ্ণত শৰণাপন্ন হয়। গতিকে মানৱৰূপে অৱতাৰ ধৰিলেও শ্ৰীকৃষ্ণ যে জগতৰ ঈশ্বৰ তাত অকণো সন্দেহ নাই।

কালিয়দমন নাটৰ কৃষ্ণও এফালে গুৱাল-গুৱালী নন্দ-যশোদাৰ পুত্ৰ, সাধাৰণ গোপাল। তেওঁ সৰ্বসাধাৰণ শিশুৰ দৰে গোপাল সখিসকলৰ সৈতে বৃন্দাবনত গৰু চৰাই ফুৰে। আনফালে ঐশ্বৰিক মহিমাৰে কালিয় হ্ৰদৰ পানী পান কৰি মৃত গোপালসকলক তেওঁ অন্তৰ্দৃষ্টিৰে জীয়াই তোলে—"হা হা মোৰ ভকতক ঐচন অৱস্থা বুলি সে ভকত বৎসল গোপাল বহুত খেদ কয়কই অন্তৰ্দৃষ্টি নিৰোক্ষি তওকালে জীয়ালে।"

অনন্ত-বীৰ্য কালি সৰ্পক দমন কৰি ৰামণক দ্বীপলৈ পঠিয়াই দি তেওঁৰ ঐশ্বৰ্য-শক্তি প্ৰকাশ কৰিছে আৰু তেওঁৰ চৰণৰ চিনস্বৰূপে ধ্বজ, বজ্ৰ, পঙ্কজ, চিহ্ন কালিনাগৰ ফোণাত অঙ্কিত কৰি কালিনাগৰ প্ৰতি অনুগ্ৰহ কৰিছে। কালিনাগে শ্ৰীকৃষ্ণৰ পৰম পুৰুষত্ব স্বীকাৰ কৰিছে—"হে পৰম পুৰুষ নাৰায়ণ শ্ৰীকৃষ্ণ, ওহি পৰম আপদ বিষয় জঞ্জাল দূৰ কৰহ। গলে কানি বান্ধি ভিক্ষা মাগি তোহাৰি চৰণ চিন্তি গুণ নাম গাই বেঢ়াএব। বাপ জগন্নাথ ত্ৰাহি ত্ৰাহি।"

শ্ৰীকৃষ্ণ চৰিত্ৰৰ আন এটি অলৌকিক বা ঐশ্বৰিক দিশ ফুটি উঠিছে—কালি সৰ্পক দমন কৰাৰ পিছত ৰাতি হোৱা কাৰণে ব্ৰজলৈ উভতি যাব নোৱাৰি সমস্ত গোকুলবাসীয়ে যমুনাৰ পাৰত ভোকে-পিয়াহে জৰ্জৰিত হৈ নিদ্ৰাভিভূত হৈ থকা অৱস্থাত হঠাতে বনাগ্নিয়ে গ্ৰাস কৰিবলৈ ধৰোঁতে পৰম পুৰুষ পৰম ঈশ্বৰ কৃষ্ণই মুখেৰে বনাগ্নি পান কৰি তেওঁৰ ঐশ্বৰিক শক্তিৰ মাহাত্ম্য প্ৰকাশ কৰিছে। আনহাতে নন্দ যশোধাৰ পুত্ৰত্ব স্বীকাৰ কৰি, সমস্ত গোপ-গোপীসকলক বিভিন্ন প্ৰকাৰে আনন্দ দান কৰিছে আৰু সাহচৰ্যদান কৰি তেওঁলোকৰ প্ৰতি ঈশ্বৰ কৃষ্ণই কৰুণা প্ৰদান কৰিছে।

শ্ৰীকৃষ্ণই জলক্ৰীড়া কৰিবলৈ কালিয় হ্ৰদত জাঁপ দিয়াত কালি সৰ্পই খণ্ডত কপি পৰমদৰ্প কৰি শ্ৰীকৃষ্ণৰ বুকুত কামোৰ মাৰি নেজেৰে সৰ্বগাৱ মেৰাই ধৰাত তেওঁ সাধাৰণ মানৱৰ দৰে মৰাৰ ভাও জুৰে। তেতিয়া সমনীয়া বালকসকলে তেওঁলোকৰ পুনৰ্জীৱন দান দি নিজেই মৰিল বুলি ভাবিছে। এইখিনিতে শ্ৰীকৃষ্ণ জগতৰ ঈশ্বৰ হ'লেও মনুষ্য-চেষ্টা দেখুৱাইছে। আনহাতে তেওঁৰ ঐশ্বৰিক মাহাত্ম্যৰ কাৰণে কালিসৰ্পৰ দ্বাৰা আক্ৰান্ত হৈ থকা অৱস্থাত গোকুলত নানা বিমঙ্গল দেখা দিছে।

"তদন্তৰ গোকুলত নানা বিমঙ্গল মিলল। ঘন ঘন ভূমিকম্প যাই, নির্ঘাত পৰে, ঘৰে ঘৰে ফেৰুৱা আৰাৱ কৰে, অনাবাবে বৃক্ষসব উভাড়ি পৰে, স্ত্ৰীৰ দখিন, পুৰুষৰ বাম ফন্দে। তাহে পেখি সকলোক মহাভীতি ভেল। যশোদাক হৃদয় কম্পে।"

স্বামী কালিসর্পৰ দুখ মোচনৰ অর্থে শ্ৰীকৃষ্ণৰ প্ৰতি কৰা নাগ-পত্নীসকলৰ স্তুতিতো ঈশ্বৰত্ব ফুটি উঠিছে।

নমো নমো অনন্ত শকতি নাৰায়ণ।
কাৰণৰো কাৰণ তুমিসে অকাৰণ।।
নাহি আদি অন্ত মধ্য পৰিচ্ছিন্ন যাৰ।
পূর্ণানন্দ দেৱ হেৰা কৰো নমঃ কাৰ।।
নমো নমো অতর্ক মহিমা দেৱহৰি।
জগতকে ব্যাপি আপুনি আছা ধৰি।।
তোহো সর্বসাখি ৰাখি আছা প্ৰাণীচয়।
তোহাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয়।।

কেলি গোপাল' নৃত্য গীত প্ৰধান অঙ্কীয়া নাট। ই কাহিনী প্ৰধান বা ঘটনা প্ৰধান নাট নহয়। শাৰদীয় পূর্ণিমাৰ ৰাতি শ্ৰীকৃষ্ণৰ বংশী-ধ্বনি শুনি গোপীসকলে পতি, পুত্ৰ, দেৱৰ, ভাতৃ সকলোকে ত্যাগ কৰি বৃন্দাবনলৈ ঢাপলি মেলিলে। যিসকল গোপীক স্বামী, দেৱৰে দুৱাৰ বন্ধ কৰি ৰাখিলে সেইসকলে শ্ৰীকৃষ্ণৰ বিৰহতাপত তাপিতা হৈ হৃদয়ত প্ৰাণ কৃষ্ণক নিবিড়ভাৱে ধ্যান কৰি প্ৰিয়তম দেহ ত্যাগ কৰিলে, সেইসকলে কৃষ্ণৰ চৰণ চিন্তি পৰম গতি পালে। ই জানো ঈশ্বৰ কৃষ্ণৰ অচিন্ত্য প্ৰভাৱৰ ফল নহয়?

শ্ৰীকৃষ্ণই মানৱী-লীলা দেখুৱাই গোপীসকলক পতি, পুত্ৰ, পিতা, মাতা, ভাতৃসকলে লগ নেপাই চিন্তা কৰি থাকিব পাৰে বুলি কোৱাৰ পিছতো তেওঁলোকে উভতি নগ'ল। তেওঁলোকে শ্ৰীকৃষ্ণ চৰিত্ৰত পৰম পুৰুষত্ব আৰু ঈশ্বৰত্ব প্ৰদান কৰি কৈছিল—

"হে পৰমেশ্বৰ তমু মুখ পঙ্কজ ছোড়ি কর্ণে আন কিছু শুনিয়ে নাহি; ব্ৰজে গিয়া কি কৰবো স্বামী?"

শ্ৰীকৃষ্ণ যে জগতৰ ঈশ্বৰ আৰু গোপীসকল যে পৰম ভক্তা, শ্ৰীকৃষ্ণৰ উক্তিয়ে তাৰেই সাক্ষ্য দিয়ে।

"হে সখীসব, তোহোসব পৰম ভকত। হামাৰ প্ৰাণতোধিক। হামু পৰিহাস কেলি কৌতুক কয়ল। তাহে নাহি বুঝল। দুখ ছোড়হ। তোৰা সৱক মনোৰথ পুৰি ক্ৰীড়া কৌতুক কৰব।"

শ্ৰীকৃষ্ণই গোপীসকলৰ লগত ৰাস-ক্ৰীড়া কৰি থকা অৱস্থাত শঙ্খচূড় নামৰ এক যক্ষই কামাতুৰ হৈ গোপীকেইগৰাকী মানক হৰণ কৰি লৈ স্বায়। শ্ৰীকৃষ্ণই ঐশ্বৰিক অনন্ত শক্তি প্ৰয়োগ কৰি তাক বধ কৰি গোপীসকলক উদ্ধাৰ কৰে। আনহাতে পৰম অনাচাৰী,

ব্যভিচাৰী, বনচাৰী গোপীসকলৰ তেওঁৰ প্ৰতি থকা ভক্তিত মুগ্ধ হৈ তেওঁলোকৰ লগত অনঙ্গ-কেলি কৰি তেওঁলোকৰ মনোবাঞ্ছা পূৰণ কৰি তেওঁলোকৰ প্ৰতি কৰুণা কৰিলে। ভক্তিযুক্ত-চিত্তে ঈশ্বৰ কৃষ্ণক শ্ৰৱণ, কীৰ্তন, স্মৰণ কৰিলে অনায়াসে তেওঁক লাভ কৰিব পাৰি। গোপীসকল তাৰেই উজ্জ্বল দৃষ্টান্ত। এইদৰে ঈশ্বৰ কৃষ্ণই মানৱ ৰূপে অৱতাৰ ধৰি গোপীসকলৰ মনোৰথ পূৰণ কৰি পৰম গতি পোৱালে।

'কেলি গোপাল' নাটৰ কৃষ্ণ আৰু গোপীসকলক পৰমাত্মা আৰু জীৱাত্মাৰ অৰ্থত গ্ৰহণ কৰি ইটোৰ প্ৰতি সিটোৰ আকৰ্ষণ আৰু ইটোৰ লগত সিটোৰ মিলনৰ ৰূপকত্ব আৰোপ কৰিব পাৰি।

'পাৰিজাত হৰণ' নাটতো শ্ৰীকৃষ্ণ চৰিত্ৰৰ মানৱীয় আৰু ঐশ্বৰিক দুয়োটা দিশ সুন্দৰৰূপে পৰিস্ফুট হোৱা দেখা যায়। নৰকাসুৰে স্বৰ্গৰাজ্য জয় কৰি অদিতিৰ, কাণৰ কুণ্ডল, মণি-পৰ্বত, বৰুণৰ ছত্ৰ আৰু ষোল হাজাৰ ৰমণী হৰণ কৰাৰ পিছত ইন্দ্ৰই দেৱৰ্ষি নাৰদক লৈ সাহায্যৰ কাৰণে যেতিয়া শ্ৰীকৃষ্ণৰ ওচৰ চাপিলে, তেতিয়া শ্ৰীকৃষ্ণই সম্পূৰ্ণ মানৱ-সুলভ আচৰণ দেখুৱাই নাৰদক কৈছে—

"হে মুণিৰাজ, তুহু কুশলে আৱল? আঃ তোহাৰি আগমনে আজি হামাৰি দ্বাৰকাপুৰী পবিত্ৰ ভেল। তোহাৰি দৰশনে হামু কৃতাৰ্থ ভোলো।"

তেতিয়া দেৱৰ্ষি নাৰদে জগতৰ ঈশ্বৰ কৃষ্ণৰ মনুষ্য-চেষ্টা বা মানৱোচিত আচৰণ দেখি আশ্চৰ্য প্ৰকাশ কৰি কৈছিল—"হে কৃষ্ণ, তোহো পৰম পুৰুষ নাৰায়ণ। ভূমিক ভাৰ হৰণ নিমিত্তে অৱতৰিছ।"

আনে ঈশ্বৰ কৃষ্ণৰ মাহাত্ম্য নেজানিলেও বিষ্ণুভক্ত হিচাপে নাৰদে জানে।

পাৰিজাত ফুলক কেন্দ্ৰ কৰি নাৰদে শ্ৰীকৃষ্ণৰ পত্নী ৰুক্মিণী আৰু সত্যভামাৰ মাজত যিথন সপত্নী বিদ্বেষৰ কন্দল লগালে তাৰ অন্তৰালত নাৰদৰ শ্ৰীকৃষ্ণৰ মানৱী-লীলা প্ৰদৰ্শন কৰাৰ উদগ্ৰ বাঞ্ছা প্ৰকাশ পাইছে আৰু তাৰ লগে লগে বহু পত্নীক শ্ৰীকৃষ্ণৰ মানৱোচিত কৰ্মৰ পৰিচয় প্ৰদান কৰাৰ দায়িত্ব সকলো মানৱৰে থকা উচিত। শ্ৰীকৃষ্ণৰো নথকা নহয়। ই জানো আদৰ্শ মানৱৰ মানৱোচিত কৰ্মৰ চানেকী নহয়?

শ্ৰীকৃষ্ণ চৰিত্ৰৰ মাজেদি বহুপত্নীক স্বামীৰ সাংসাৰিক জীৱন যে সুখদায়ক নহয়, বিষয় জঞ্জাল যে কি আপদীয়া সেইটো সুন্দৰৰূপে ফুটি উঠিছে।

"হে মুণিৰাজ, স্ত্ৰী বুজাৱেসে নাবুজে, কা কৰব? কুমাৰীক হাত এড়াইতে নাহি পাৰি।"

নৰকাসুৰক বধ কৰি অদিতিৰ কাণৰ কুণ্ডল ওভতাই দিবলৈ যাওঁতে দেৱতাসকলৰ মাতৃক যেনে আচৰণ দেখুৱাইছে তাৰ দ্বাৰা কৃষ্ণ-চৰিত্ৰত মানৱীয় দিশটো উজলি উঠিছে। আনহাতে অদিতিৰ শ্ৰীকৃষ্ণৰ প্ৰতি থকা ভক্তিত শ্ৰীকৃষ্ণ চৰিত্ৰত ঈশ্বৰত্ব ফুটি উঠিছে—

> জয় জয় পূৰক মন-কাম।
> ভৱ ভয় তাৰক নাম।।

কৰু কৰুণা যদুৰাই।
লৈলো শৰণ তুৱা পাই।।
পৰম পুৰুষ কৰু ত্ৰাণ।
তুৱা বিনে গতি নাহি আন।।

অদিতিৰ ঈশ্বৰ-জ্ঞান ৰহিত কৰি বৈষ্ণৱী মায়া প্ৰদৰ্শন কৰাৰ অন্তৰালত শ্ৰীকৃষ্ণৰ চৰিত্ৰত ঈশ্বৰত্ব প্ৰকাশ পাইছে। আনহাতে কাণৰ কুণ্ডল ওভতাই দি অদিতিক হাতযোৰ কৰি কোৱা কথাবাৰিত তেওঁৰ মনুষ্য আচৰণ ফুটি উঠিছে—"হে মাতা, তুহু হামাৰ পৰম দেৱতা। হামাক সৰ্বথা আশীৰ্বাদ কৰহ।"

সত্যভামাৰ অনুৰোধক্ৰমে শ্ৰীকৃষ্ণই নাৰদক পঠিয়াই ইন্দ্ৰ-পত্নী শচীৰ পৰা পাৰিজাত খোজাত দিবলৈ অস্বীকাৰ কৰাত ইন্দ্ৰ আৰু কৃষ্ণৰ মাজত যুদ্ধ হয়। যুদ্ধত ইন্দ্ৰ পৰাস্ত হয়। ইন্দ্ৰৰ দৰ্প অহঙ্কাৰ চূৰ্ণ হয়। সত্যভামাই ইন্দ্ৰক ভৰ্ৎসনা কৰাৰ পিছত ইন্দ্ৰই শ্ৰীকৃষ্ণৰ পৰম পুৰুষত্ব আৰু ঈশ্বৰত্ব স্বীকাৰ কৰি স্তুতি কৰিছে। আনহাতে ৰুক্মিনী, সত্যভামা আদি ভক্তাসকলক তেওঁ স্বামীত্ব দি আৰু তেওঁলোকৰ মনোবাঞ্ছা পূৰণ কৰি তেওঁলোকৰ প্ৰতি কৃপা কৰুণা দেখুৱাইছে।

ঈশ্বৰ কৃষ্ণ যে সকলো সৌন্দৰ্যৰে অধিকাৰী তাৰ সম্যক দৃষ্টান্ত মহাপুৰুষ শঙ্কৰদেৱে পাৰিজাত হৰণ নাটৰ আৰম্ভণি ভটিমাত প্ৰকাশ কৰিছে—

"হোই যব নীল নব ঘন খণ্ড।
উৱৰে ৰহ ৰবিকৰ পৰচণ্ড।।
পূৰ্ণিমাক চান্দ দুহো দুহো পাশা।
তথি কৰু ইন্দ্ৰচাপ পৰকাশ।।
বহো দুহো ধাৰা সুৰ সৰি নীৰ।
উজুৰি বিজুৰি ৰহত তথি থিৰ।।
অভিনৱ সুৰ উগত তচু মাঝে।
তাহে লখি বক পকতি বিৰাজে।।
তাৰা জিক মিক কৰু বহু ঠাম।
তব হোই সেই মূৰতি উপাম।।"

আন নাটসমূহৰ তুলনাত পাৰিজাত হৰণৰ কৃষ্ণচৰিত্ৰ বেছি উজ্জ্বল আৰু ক্ৰিয়াশীল যেন লাগে—সি যেনিবা মানবীয় দিশই হওক নাইবা ঐশ্বৰিক দিশেই হওঁক।

ৰুক্মিনী হৰণ নাটত কুণ্ডিলৰ সুৰভি নামৰ ভাটটোৱে দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ ওচৰলৈ গৈ ৰুক্মিনীৰ ৰূপ গুণৰ কথা যেতিয়া বৰ্ণনা কৰিছে তেতিয়া ৰুক্মিনীৰ বিৰহ-তাপত তাপিত হৈ চাৰিওফালে ৰুক্মিনীময় দেখা শ্ৰীকৃষ্ণ চৰিত্ৰত এজন আদৰ্শ মানৱ প্ৰেমিকৰ উমান পাওঁহক।

দ্বিতীয়তে কৃষ্ণৰ মানৱোচিত কৰ্মৰ উপমা পোৱা যায় যেতিয়া ৰুক্মিনীৰ কথামতে বেদনিধি ব্ৰাহ্মণে দ্বাৰকালৈ গৈ শ্ৰীকৃষ্ণক লগ ধৰে তেতিয়া কৃষ্ণই বেদনিধি ব্ৰাহ্মণক গৌৰৱেৰে আগবাঢ়ি গৈ প্ৰণাম জনাই আলিঙ্গন কৰি হাতত ধৰি অন্তেষপুৰলৈ লৈ গৈ নিজ হাতেৰে পাব ধুৱাই পঞ্চামৃত খুৱালে, সোণৰ খাটত শুৱলৈ দিলে আৰু নিজ হাতেৰে ব্ৰাহ্মণৰ ভৰি মালিচ কৰি শ্ৰম দূৰ কৰি কথা-বতৰা সুধিছে—"হে গুৰু, তোহো কুশলে আৱল? তোহাৰি পদৰেণুৰে গৃহসৱ পৱিত্ৰ ভৈল। তোহাৰি ভীষ্মক ৰাজা কুশল থিক? স্বধৰ্মে কি প্ৰজা পালয়? হামু কোন প্ৰয়োজন সাধো তা আজ্ঞা কৰহ।"

বেদনিধি ব্ৰাহ্মণৰ দৃষ্টিত কিন্তু কৃষ্ণ সাধাৰণ মানৱ নহয়, তেওঁ জগতৰ গুৰু, পৰমপুৰুষ নাৰায়ণ।

"হে স্বামী কৃষ্ণ, তোহো জগতৰ পৰম ঈশ্বৰ। তোহাক এ আখিয়ে দেখলু। আঃ অতঃপৰ হামাৰ কমন কুশল থিক? তোহো দৈৱকী পুত্ৰ নহি নহি। ব্ৰহ্মা-মহেশ সেবিত চৰণ শ্ৰীনাৰায়ণ, তোহো ভূমিক ভাৰ হৰণ নিমিত্ত অৱতাৰ ভেলি থিক। আঃ তোহাক মহিমা কি কহব।"

বেদনিধি ব্ৰাহ্মণ ৰথৰ বেগত শ্ৰুতিভঙ্গ হৈ পৰাত মূৰ্চ্ছা পানী ছটিয়াই, কাণত ফুৱাই দি প্ৰাণ ফিৰাই অনা কৃষ্ণৰ কাৰ্যই মনুষ্যত্বৰ পূজাৰী, আদৰ্শ মানৱৰ দৃষ্টান্ত দৰ্শায়।

ৰুক্মিনীক হৰণ কৰি লৈ যোৱাত বিপক্ষ ৰজা জৰাসন্ধ, শিশুপাল প্ৰভৃতি ৰজাসকলক বধ কৰি শ্ৰীকৃষ্ণ চৰিত্ৰত ঐশ্বৰিক ব্যক্তিত্ব আৰু ভক্তা ৰুক্মিনীক স্বামীত্ব দি কৰুণা কৰিছে আৰু ভক্তাৰ সকলো প্ৰকাৰ মনোবাঞ্ছা পূৰ্ণ কৰিছে।

আনহাতে ৰুক্মিনীক হৰণ কৰি লৈ গৈ আদৰ্শ মানৱ-প্ৰেমিকৰ কৰ্তব্য পালন কৰা দেখুৱাইছে।

"আহে প্ৰাণ-প্ৰিয়া, কি নিমিত্ত ক্ৰন্দন কৰিছে? হামু বিদ্যমানে থাকিতে তোহাৰ কোন চিন্তা, কায়েক ভয় থিক?"

ৰুক্মিনী হৰণ নাটৰ কৃষ্ণ চৰিত্ৰৰ যোগেদি এফালে বীৰ মানৱৰ চৰিত্ৰ আৰু আনফালে জগতৰ ঈশ্বৰ কৃষ্ণৰ ঐশ্বৰিক লীলা সুন্দৰ ৰূপে প্ৰতিভাত হৈছে।

এইদৰে মহাপুৰুষ শঙ্কৰদেৱৰ শ্ৰীকৃষ্ণ চৰিতযুক্ত নাটকেইখনত শ্ৰীকৃষ্ণ চৰিত্ৰত সাধাৰণ দৃষ্টিত মানৱত্ব অথচ ভক্তসকলৰ দৃষ্টিত তেওঁক নৰৰূপী নাৰায়ণ হিচাপে অঙ্কিত কৰা দেখা যায়। সেয়ে কৃষ্ণ চৰিত্ৰত মানৱৰ ব্যৱহাৰ আৰু কাৰ্যাৱলী আৰোপ কৰিলেও নাট্যকাৰে তেওঁৰ ঈশ্বৰত্বৰ ৰূপটো বাৰে বাৰে সোঁৱৰাই আছে।

---

*জামুগুৰিহাটৰ আগৰীৰ হেম কন্যা মহাবিদ্যালয়ৰ আলোচনীত প্ৰকাশিত।*

# মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ অঙ্কীয়া নাটৰ শ্ৰীকৃষ্ণ চৰিত্ৰৰ মানৱীয় দিশ

অঙ্কীয়া ভাওনা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কাৰ্যত এক যুগান্তকাৰী অৱদান। ইয়াৰ আগতে ভাৰতবৰ্ষ তথা পৃথিৱীৰ অন্যান্য দেশত এনে প্ৰচেষ্টা বিৰল বুলি ক'লেও অত্যুক্তি কৰা নহয়। এই নাট, যাত্ৰা বা ভাওনাসমূহ ৰচনা কৰাৰ আগেয়ে তেৰাই বিভিন্ন সময়ত, বিভিন্ন বৰগীত, ভটিমা, টোটয়, চপয়, কাব্য, উপাখ্যান, ভক্তি-তত্ত্বমূলক ঘোষা, অনুবাদমূলক নানা ঘোষা পদজাতীয় পুথি ৰচনা কৰিছে। কিন্তু এই সকলোবোৰতকৈ শ্ৰীকৃষ্ণ আৰু শ্ৰীৰামচন্দ্ৰ চৰিত্ৰযুক্ত অঙ্কীয়া ভাওনাসমূহে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কাৰ্যত অপৰিসীম ইন্ধন যোগাইছে। এই 'একং এবং অদ্বিতীয়ম্' ঈশ্বৰৰ মাহাত্ম্য প্ৰচাৰ আৰু গুণানুকীৰ্তন কৰিবলৈ যাওঁতে বিভিন্ন সময়ত সেই সময়ৰ আহোম, কোচ প্ৰভৃতি ৰাজ্যৰ ৰজা, প্ৰজা, পণ্ডিত, ব্ৰাহ্মণসকলৰ প্ৰৰোচনামূলক ষড়যন্ত্ৰ আৰু ভীতি প্ৰদৰ্শনাদিৰ ব্যূহ-চক্ৰত পৰে যদিও অৱশেষত সকলো বাধা, ষড়যন্ত্ৰ, কূট-কৌশল নেওচি শুদ্ধ একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ সক্ষম হয়। কলিকালৰ লোকসকলৰ ভৰ্কতি আৰু মুকুতি লাভৰ কাৰণে একমাত্ৰ উপায় হৈছে হৰি নাম শ্ৰৱণ-কীৰ্তন। এই উপায় লাভৰ কাৰণে 'পৰমব্ৰহ্ম ৰূপ কৃষ্ণ'ৰ লীলা-সম্বলিত নানা কাহিনীৰ আধাৰত পাঁচখন আৰু শ্ৰীৰাম চন্দ্ৰ চৰিত্ৰক লৈ এখন অঙ্কীয়া নাট ৰচনা কৰে আৰু তেৰাৰ জীৱনকালতে সেইবোৰ ভাওনা কৰি দেখুওৱা হৈছে। যি কি নহওক এই নাটসমূহৰ যোগেদি শ্ৰীকৃষ্ণ চৰিত্ৰৰ বাল্য-জীৱন আৰু প্ৰৌঢ়ত্ব-প্ৰাপ্তিৰ এফালে মানৱীয় আৰু আনফালে ঐশ্বৰিক মাহাত্ম্য প্ৰকট কৰিবলৈ সক্ষম হৈছে। অৱশ্যে এই ক্ষেত্ৰত এইটো কোৱা উচিত হ'ব যে মহাপুৰুষ জনাই শ্ৰীকৃষ্ণৰ ঈশ্বৰত্ব আৰু অলৌকিকত্বত যিমান প্ৰাধান্য দিছে, চৰিত্ৰটিৰ মানৱীয় দিশটোতো তেনেই কম প্ৰাধান্য দিছে বুলি ক'ব নোৱাৰি। এতিয়া কলিকালৰ আমি অল্পায়ু, অল্পমতি আৰু অল্পভোগ্য লোকসকলে প্ৰকৃত পথ অৱলম্বন কৰিবলৈ হ'লে ঈশ্বৰ অৱতাৰৰ দুয়োটা দিশলৈ আলোক-পাত কৰা উচিত। আমি কেৱল শ্ৰীকৃষ্ণৰ ঐশ্বৰিক মাহাত্ম্যৰ গুণানুকীৰ্তন কৰিলে নহ'ব, ঈশ্বৰে যুগে যুগে কিয় মানৱ ৰূপে অৱতাৰ ধৰে সেই পাথেয় মানৱীয় দিশটোলৈ আওকণীয়া মনোভাৱ পোষণ কৰিলে নহ'ব। সেই দিশটোৰ ওপৰত গভীৰভাৱে আলোকপাত কৰিলেহে ঈশ্বৰৰ মাহাত্ম্য বুজি পোৱাত সহায়ক হ'ব। আজি আমি এই প্ৰবন্ধটিৰ যোগেদি মহাপুৰুষ শঙ্কৰদেৱে অঙ্কন কৰা নাটসমূহৰ শ্ৰীকৃষ্ণ চৰিত্ৰৰ, মানৱীয় দিশটোহে আলচ কৰিম।

'পত্নী-প্ৰসাদ' নাটৰ কৃষ্ণ বালক। তেওঁ নন্দ-যশোদা গুৱাল-গুৱালীৰ আদৰৰ ধন, ননীৰ পুতলী। ৰাতিপুৱা শুই উঠিয়েই শ্ৰীদাম সুদাম, বিশাল, ঋষভ, সুবল, বলোৰাম আদি গোপ-বালকৰ লগত বৃন্দাবনলৈ গৰু চৰাবলৈ যায় আৰু গধূলি সময়ত উভতি আহে। দিনৰ দিনমান গৰু চৰাই ক্লান্ত হৈ পৰা কৃষ্ণৰ শ্ৰম দূৰ কৰিবলৈ মাক যশোদাই যত্নৰ ত্ৰুটি নকৰে। নানাবিধ সুস্বাদু ব্যঞ্জনেৰে অন্ন ভোজন কৰায়। এদিনাখন বলোৰাম-কৃষ্ণ উভয়ে বৃন্দাবনলৈ গৰু চৰাবলৈ গৈ অশোক গছ এজোপাৰ তলত বৈ আছে। এনেতে গোপ-বালকসৱে পৰম ক্ষুধাতুৰ হৈ তেওঁলোকৰ ওচৰলৈ আহি আবদাৰ কৰি ক'বলৈ ধৰিলে যে আজি তেওঁলোকে ঘৰত কোনো আহাৰ গ্ৰহণ কৰি অহা নাই; আনদিনাৰ দৰে দধিও লগত লৈ অহা নাই। তেতিয়া কৃষ্ণই—"হে সখিসব, আঃ ভাল কহল, হামু যে বোলো তা শুনহ" বুলি নিচেই ওচৰৰ আশ্ৰমৰ ভিতৰত স্বৰ্গ কামনাৰে যজ্ঞ কৰি থকা বেদাদি শাস্ত্ৰত পৰম নিপুণ বিপ্ৰ সৱৰ কথা ক'লে। তেওঁলোকৰ ওচৰলৈ গৈ "দাদাৰ হামাৰ নাম ধৰিয়ে অন্ন-প্ৰাৰ্থনা কৰগিয়া" বুলি পৰামৰ্শ দিলে। ইয়াতেই কৃষ্ণ চৰিত্ৰৰ সমনীয়াসকলৰ প্ৰতি থকা সহৃদয়তাপূৰ্ণ সহদুখী, সমভাগী আৰু সমদৰ্শীৰ মানবীয় দিশটো উজ্জ্বলি উঠিছে।

এইদৰে গোপ-বালকসৱে বিপ্ৰসৱৰ ওচৰত বাৰে বাৰে অন্ন-প্ৰাৰ্থনা কৰা সত্বেও তেওঁলোকে নুশুনিলে। কৃষ্ণৰ নাম শুনি অকণো গণাগণেই নকৰিলে; বৰঞ্চ চন্দ্ৰভাৱতী নামৰ ব্ৰাহ্মণ এজনে পৰম ক্ৰোধ ধৰি বেদশাস্ত্ৰত পৰম পাৰ্গত, যজ্ঞব্ৰত দানত পৰম পবিত্ৰ, তেওঁলোক যে পৃথিৱীৰ দেৱতা আৰু সকলোৱে তেওঁলোকক প্ৰাৰ্থনা কৰা উচিত বুলি দম্ভালি দেখুৱাই—তেওঁলোকৰ আগত নন্দ-সুত কোন কুটা বুলিও ক'বলৈ নেপাহৰিলে। আনহাতে ব্ৰাহ্মণ-পত্নী সব দয়াময়ী আৰু মানবদৰদী হোৱা কাৰণে কৃষ্ণ প্ৰমুখ্যে ক্ষুধাতুৰ গৰখীয়াসৱৰ অন্তৰৰ বেদনাবুজি ষড়ৰসযুক্ত অন্ন কৃষ্ণৰ ওচৰত যোগান ধৰিলে। অৱশেষত শাস্ত্ৰ জ্ঞানত গৰ্বী পণ্ডিতসকলে মানবীয়তা গুণত তেওঁলোকৰ পত্নীসকলৰ ওচৰত হাৰ মানিলে।

'পত্নী প্ৰসাদ'ৰ কৃষ্ণ মানব শিশু—যি আন আন শিশুসকলৰ সৈতে গো-পালন কৰে, বৃন্দাবনত গৰু চৰাই ফুৰে, তেওঁলোকৰ লগত সমদুখী, সমসুখী, সমভাবাপন্ন হৈ মানবীয় গুণৰ অধিকাৰী হৈ, মানবোচিত কৰ্ম কৰা দেখিবলৈ পোৱা যায়।

'কালি দমন' যাত্ৰাৰ কৃষ্ণও বালক। কৃষ্ণ-নন্দ-যশোদাৰ যেনে সাদৰৰ ধন, হিয়াৰ আমঠু, চেনেহৰ বিত, তেনেকৈ সমনীয়া গোপ বালক সৱৰ সখি সতীৰ্থ গৰখীয়া, দুখ-সুখৰ লগৰীয়া, বিপদ-সম্পদৰ ত্ৰাণকৰ্তা, পৰামৰ্শদাতা, সুহৃদ আৰু গোকুলৰ গোপ-গোপীসৱৰ প্ৰাণৰ ধন।

কৃষ্ণই ৰাতিপুৱা শুই উঠি অন্যান্য গোপ-বালকৰ লগত নিতৌ গৰু-বাছুৰ লৈ বৃন্দাবনলৈ যায়, দুখে-ভাগৰে ক্লান্ত হৈ গৰু চৰাই উভতি আহে, গধূলি মাকে গাৰ ধূলি-মাকতি জাৰি-জোকাৰি, পাৱ পখালি শ্ৰমদূৰ কৰায় আৰু নানা সুস্বাদু অন্ন-পান কৰায়।

এদিনাখন কৃষ্ণই আন আন গোপ-বালকৰ সৈতে নানা আনন্দ-নৃত্য কৰি কালিয় হ্ৰদৰ ওচৰলৈ গৰু চৰাবলৈ যাওঁতে লগৰ বালকসৱে তৃষ্ণাতুৰ হৈ বিষ-যুক্ত হ্ৰদৰ পানী পান কৰি

অচেতন হৈ মৃতপ্ৰায় হয়। কৃষ্ণই মনুষ্য চেষ্টাৰে শুশ্ৰূষা কৰি তেওঁলোকৰ প্ৰাণ ৰক্ষা কৰিলে। গোপালসৱৰ দলপতি হিচাপে তেওঁলোকক বিপদমুক্ত কৰা, সকলো ফালৰ পৰা তেওঁলোকক ৰক্ষণা-বেক্ষণ দিয়া উচিত বুলি ভাবি তেওঁ কালিয় হ্ৰদৰ পানীত জাঁপ মাৰি পৰি কালি সৰ্পৰ ফেঁনাৰ ওপৰত নৃত্য কৰি, কালিক দমন কৰি পূৰ্বৰ বাসস্থান ৰমণক দ্বীপলৈ খেদি পঠিয়ায়। কৃষ্ণ দেখাত বালক হ'লেও তেওঁ অফুৰন্ত শক্তিৰ অধিকাৰী হৈ কেৱল সমনীয়া গৰখীয়া-বন্ধুসকলৰ মঙ্গলামঙ্গলৰ কাৰণেই নহয়, সমস্ত গোকুলবাসী তথা জগতৰ হিত সাধনৰ কাৰণে দুষ্কৃতি আৰু ক্ৰুৰতাৰ প্ৰতিমূৰ্তি কালি সৰ্পক দমন কৰি খেদি পঠিয়াই সমাজত ন্যায় আৰু শান্তি স্থাপন কৰে।

'কেলি গোপাল' নাটৰ কৃষ্ণ চৰিত্ৰও মানৱীয় গুণ বিবৰ্জ্জিত নহয়। শৰৎ কালৰ পূৰ্ণিমা ৰাতি কৃষ্ণই পঞ্চমসুৰ বজাই বৃন্দাবনলৈ যাওঁতে সেই বাঁহীৰ সুমধুৰ ধ্বনিত মুগ্ধ হৈ গোকুলৰ গোপীসবে সকলো ধৰণৰ গৃহকৰ্ম পৰিত্যাগ কৰি ধ্বনি অনুসৰণ কৰি বৃন্দাবনত উপনীত হৈছে। এফালে বৃন্দাবনৰ শৰৎ কালৰ বন শোভা, আনফালে পূৰ্ণ চন্দ্ৰমাৰ সুবিমল কান্তিযুক্ত মধু যামিনীত কৃষ্ণৰ ভুৱনভুলোৱা বংশী ধ্বনিয়ে এক অপাৰ্থিব আনন্দৰ হিল্লোল সৃষ্টি কৰিছে। এনে অনাবিল আনন্দত তৎগত প্ৰাণা গোপীসৱক জীতেন্দ্ৰীয় বিবেকী কৃষ্ণই ৰাতিৰ্ণপিতা-মাতা, পতি-পুত্ৰ, ভ্ৰাতা-দেৱৰ আদিক পৰিত্যাগ কৰি অহাটো প্ৰকৃত পক্ষে নাৰী ধৰ্মৰ পৰিপন্থী হৈছে আৰু সেয়ে লোকভয়, হিংস্ৰ প্ৰাণীৰ ভয় আৰু আধ্যাত্মিক ভয় দেখুৱাই গৃহলৈ উভতি যাবলৈ সকীয়াই দিছে। কিন্তু সকলো সৌন্দৰ্যৰ অধিকাৰী কৃষ্ণৰ প্ৰাণ মতলীয়া কৰা বংশীৰ ধ্বনিয়ে গোপ নাৰীসৱক এনেকৈ তন্ময় কৰিছে, যাৰ ফলত কিছু সময়ৰ বাবে হ'লেও তেওঁলোকে সাংসাৰিক দুখ-শোক, জৰা-ব্যাধি, লোভ-মোহ, আশা-আকাংক্ষা, বিৰহ-বেদনাৰ পৰা আঁতৰি থাকিব পাৰিছে। এইদৰে গোপীসৱক নিষ্কলুষ আনন্দ-ঘন পৰিবেশত ডুবাই ৰখা অৱস্থাত কুবেৰৰ অনুচৰ শঙ্খচূড় নামৰ যক্ষ এটাই কামাতুৰ হৈ গোপীসৱক হৰণ কৰিবলৈ তাত উপস্থিত হোৱাত কৃষ্ণই পৰম বিক্ৰম দেখুৱাই সেই যক্ষক খেদি পঠিয়ায়। ইয়াত কৃষ্ণক এটি অসীম শক্তিশালী বীৰপুৰুষ আৰু জীতেন্দ্ৰিয় ব্যক্তিসম্পন্ন ব্যক্তি হিচাপে পাওঁহক। আনহাতে কৃষ্ণই গোপীসৱৰ লগত আনন্দত বিভোৰ হৈ থকা দেখি তেওঁলোকৰ মনত অহংকাৰ ওপজে, যাৰ ফলত তেওঁলোকৰ বুদ্ধি হত হ'ল। শেষত তেওঁ ৰাধা নামৰ গোপী এজনীক লগত লৈ অন্যফালে গুচি গ'ল যাতে তেওঁৰ অনুপস্থিতি উপলব্ধি কৰি তেওঁলোকৰ অহংভাব আঁতৰি যায়।

ৰাধাৰ সৈতে কিছুদূৰ খোজকাঢ়ি যোৱাৰ পিছত কাঁইটে ভৰি বিন্ধা অজুহাতত ৰাধাই খোজ কাঢ়ি যাব নোৱাৰাত গোপীজনীৰ কথামতে কৃষ্ণই বুকুত উঠাই কিছুদূৰ লৈ গ'ল। এনেদৰে ক্ৰীড়া কৰি যোৱা কৃষ্ণ চৰিত্ৰটিৰ যোগেদি এজন কামাতুৰ পুৰুষৰ চৰিত্ৰ ফুটি উঠে আৰু তিৰোতাৰ নিৰ্দেশতে কাম কৰি যাব লগাত পৰে। এনে ক্ষেত্ৰত তিৰোতা হয় ৰজা আৰু পুৰুষ হয় তেওঁৰেই দাস। কৃষ্ণৰ বুকুৰ পৰা মাটিত নমাই দিলত ৰাধাই কিছুদূৰ ভৰিৰে খোজ কাঢ়ি গৈ অহংভাবত ওফন্দি বহি পৰে; কিয়নো আন গোপীক এৰিলেও কৃষ্ণই তেওঁক এৰিব নোৱাৰে। সেয়ে খোজ কাঢ়ি যাব নোৱৰা কথালৈ কৃষ্ণক জনালত কৃষ্ণই

কান্ধত উঠাই নিম বুলি কোবাত গোপীয়ে মেখেলা-কোঁচাবলৈ ধৰোঁতেই আঁতৰি যায়। অকলশৰীয়া গোপীয়ে ভয়তে আৰ্তনাদ কৰি উঠিল। ইতিমধ্যে কৃষ্ণ বিৰহত ব্যাকুলা, কৃষ্ণ-অন্বেষিতা গোপীসবে ৰাধাক লগ পাই সকলো কথা মৰ্মে মৰ্মে উপলব্ধি কৰি বুজিব পাৰিলে যে কৃষ্ণক অৱজ্ঞা কৰাটো তেওঁলোকৰ কাৰণে নীতি-বিগৰ্হিত হৈছে।

'কেলি গোপাল' নাটৰ কৃষ্ণ চৰিত্ৰৰ মাজেদি এজন সুসঙ্গীতজ্ঞ, জীতেন্দ্ৰিয় পুৰুষ, যিজনে পৈশাচিক কাম ক্ৰীড়াৰ উৰ্দ্ধত থাকি নিষ্কলুষ বা বিমল আনন্দ দান কৰিব পাৰে, সুললিত বংশীৰ ধ্বনিৰে মানুহৰ দুখ ক্লেশ, জৰা-ব্যাধি, বিষয়-জঞ্জাল নেওচি আনন্দ নগৰত ডুবাই ৰাখিব পাৰে আৰু কৰ নোৱাৰাকৈয়ে আকৰ্ষণ কৰিব পাৰে।

'ৰুক্মিণী হৰণ' নাটৰ কৃষ্ণ চযল ডেকা। কুণ্ডিন নগৰৰ পৰা অহা সুৰভি নামৰ ভাটৰ মুখে ৰুক্মিণীৰ ৰূপ-গুণৰ কথা শুনি তলমুৰা হৈ, হুমুনিয়াহ কাঢ়ি ঘনে ঘনে ৰুক্মিণীক মাত্ৰ ধ্যান কৰি থাকিল। ইয়াতেই মানৱৰূপী কৃষ্ণৰ পূৰ্ব ৰাগৰ সঞ্চাৰ হোৱা দেখা যায়।

কৃষ্ণৰ চৰিত্ৰৰ আতিথ্য পৰায়ণতা, সুৰুচিসম্পন্নতা, সংস্কৃতি পৰায়ণতা আৰু মানবীয়তাৰ নিদৰ্শন আন এটি কথাৰ পৰা জানিব পৰা যায়। ৰুক্মিণীয়ে কৃষ্ণক স্বামী হিচাপে পোৱাৰ পৰা বঞ্চিত হ'ব বুলি নিশ্চিন্ত হৈ পৰে আৰু শিশুপালক স্বামী হিচাপে বৰণ কৰিব লাগিব বুলি জানিলে, তেতিয়া ৰুক্মিণীয়ে অতি বিশ্বাসী বেদনিধি নামৰ ব্ৰাহ্মণ এজনৰ হাতত চিঠি এখন লিখি দ্বাৰকাৰ কৃষ্ণৰ হাতত দিবলৈ পঠিয়ায়, তেতিয়া বেদনিধি অহা গম পাই কৃষ্ণই আগবাঢ়ি গৈ গৌৰবেৰে ব্ৰাহ্মণক প্ৰণাম জনাই, আলিঙ্গন কৰি ভিতৰত প্ৰৱেশ কৰাই, নিজ হাতেৰে ভৰি ধুৱাই, পঞ্চামৃত ভোজন কৰাই, সোণৰ খাটত শুবলৈ দিলে আৰু তেওঁ নিজ হাতেৰে ব্ৰাহ্মণৰ ভৰি মালিচ কৰি পথশ্ৰম দূৰ কৰি কথা সুধিলে— "হে গুৰু তোহো কুশলে আৱল? তোহাৰি পদৰেণুৰে গৃহসব পবিত্ৰ ভেল। তোহাৰি ভীষ্মক ৰজা কুশল থিক? স্বধৰ্মে কি ৰজা পালয়? হামু কোন প্ৰয়োজন সাধো তা আজ্ঞা কৰহ"।

আনহাতে ৰুক্মিণীয়ে বেদনিধিৰ হাতত লিখি পঠোৱা চিঠিখন বেদনিধিয়ে পাঠ কৰাৰ পিছত উপায়হীন ৰুক্মিণীৰ কাৰুণ্যভৰা পত্ৰখনৰ পাঠান্তত কৃষ্ণৰ অন্তৰত যি ব্যথা বেদনাৰ সৃষ্টি হ'ল আৰু সাধাৰণ প্ৰেমিকৰ দৰে তেওঁৰ চকুৰ পৰা লোতক নিজৰি ওলাই আহিল তাৰ দ্বাৰা এজন হতাশগ্ৰস্ত প্ৰেমিকৰ মিলন ভঙ্গৰ আৰ্তনাদ শুনিবলৈ পোৱা যায়। তাৰ পিছত প্ৰকৃতিস্থ হৈ উঠাত, প্ৰিয়ামিলনৰ তীব্ৰ আকাংক্ষা জাগ্ৰত হোৱাত ভৱিষ্যৎ-কৰ্তব্য পালনত উদ্দীপ্ত হৈ উঠি বেদনিধি ব্ৰাহ্মণক ৰথত উঠাই দিয়াত বায়ুবেগে সঞ্চালিত ৰথৰ বেগত আলসুৱা বেদনিধি হ্ৰুতিভঙ্গ হৈ পৰে, হাত-ভৰি সকলো থিৰ হ'ল, পেটি ওফন্দি পৰিল, নাকত নিশ্বাস নাইকিয়া হ'ল, মৃতকৰ দৰে অচেতন হৈ পৰে। তাকে দেখি মানৱদৰদী কৃষ্ণই হায়! কি হ'ল! বুলি মুখত পানী ছটিয়াই ফুৰাই ফুৰাই প্ৰাণটো ঘূৰাই আনিলে। ইয়াতে কৃষ্ণ চৰিত্ৰৰ সহানুভূতিশীল আৰু শুশ্ৰূষাকাৰীৰ দিশটো উদঙাই দিয়ে।

কুণ্ডিন নগৰৰ ওচৰ পালত কৃষ্ণই বেদনিধি ব্ৰাহ্মণক আগধৰি পঠিয়াই দিয়াৰ মূলতে আছে উৎকণ্ঠিত হৈ থকা প্ৰিয়তমাৰ ভয় বিহ্বলতা, উৎকণ্ঠা দূৰ কৰা। এজন আদৰ্শ প্ৰেমিকৰ

থাকিব লগা আটাইবোৰ গুণ কৃষ্ণ চৰিত্ৰত দেখা যায়।

কুণ্ডিন নগৰৰ সয়ম্বৰ সভাত উপস্থিত থকা ৰাজন্যবৰ্গৰ মাজৰ পৰা চিলনীয়ে ধপিওৱা দি থাপ মাৰি ৰুক্মিণীক হৰণ কৰি নিয়াত সৈন্য-সামন্তসহ ৰজাসকলে অকলশৰীয়া কৃষ্ণ স্বামীৰ কিবা অমঙ্গল সাধিব পাৰে বুলি ৰুক্মিণী ভীতা হোৱাত দুঃসাহসিক আৰু বীৰত্ব ব্যঞ্জক বচনেৰে কৃষ্ণই প্ৰবোধ দি সঙ্কট মুহূৰ্তত প্ৰেমিকে কৰা কৰ্তব্যপৰায়ণতাৰ দিশটো উদঙাই দিয়ে—

> "কি কৰব সিংহক শূকৰ সব আয়া।
> হামাকু শপত তাপ তেজহ জায়া"।

কুণ্ডিন নগৰৰ পৰা ৰুক্মিণীক পৈশাচিকভাৱে হৰণ কৰি লৈ যোৱাটো সংস্কৃত সমাজ এখনৰ পৰিপন্থীৰ কাম হোৱা বুলি ভাবি কৃষ্ণই দ্বাৰকাত বিধিবদ্ধভাৱে বিবাহকাৰ্য সম্পন্ন কৰা কাৰ্যটোৱে সামাজিক শৃঙ্খলা ৰক্ষাৰ আদৰ্শ দাঙি ধৰে।

কৃষ্ণই ৰুক্মিণীক হৰণ কৰি শিশুপাল প্ৰভৃতি ৰজাৰ আশা-আকাংক্ষা চুৰমাৰ কৰে; বিনিময়ত তেওঁলোকে কৃষ্ণক আগভেটি ধৰাত কৃষ্ণই শিশুপালৰ মূৰৰ কিৰীটি কাটি, অন্যান্য ৰজাসকলক খেদি দিয়া কাৰ্যত কৃষ্ণ চৰিত্ৰৰ শক্তিমত্তা আৰু বীৰত্বৰ পৰিচয় দিয়ে।

আনহাতে ৰজাসকল ভয়তে বিভঙ্গ হোৱা দেখি ৰুক্মিণীৰ জ্যেষ্ঠ ভাতৃ ৰুক্মী কুমাৰে তৰ্জন-গৰ্জন কৰি কৃষ্ণক খেদি আহি যুদ্ধ কৰাত পৰাজিত হয় আৰু কৃষ্ণই তেওঁৰ চুলিত ধৰি, বুকুত গোৰ মাৰি শিৰচ্ছেদ কৰিবলৈ উদ্যত হোৱাত ভাতৃ-বিহুলা ৰুক্মিণীয়ে ভাতৃৰ প্ৰাণ ভিক্ষা কৰাতো সম্মত নোহোৱাত চকুলো টুকি, হিয়াধুনি কান্দি মাটিত বাগৰি পৰি কাতৰ প্ৰাৰ্থনা কৰাত কৃষ্ণই তেওঁক প্ৰাণ বধ নকৰি খড়্গৰে চুলিবোৰ খুৰাই দিলে, দাড়ি, গোফ, চকুৰ ভুৰুবোৰ খুৰাই দি মূৰত চুণ-কালী ঘঁহি ঢকা মাৰি পেলাই দিলে। দুষ্কৃতিৰ প্ৰতিমূৰ্তি, দুৰ্দান্ত অন্যায়কাৰীজনক এনেদৰে শাস্তি বিধান কৰি কৃষ্ণই মানৱ সমাজত ন্যায় আৰু শান্তি প্ৰতিষ্ঠা কৰে। আনহাতে স্বামী যিমানেই ব্যক্তিত্ব সম্পন্ন, ন্যায়বান নহওঁক কিয় বহু ক্ষেত্ৰত অন্যায় হ'লেও স্বামীয়ে তিৰোতাৰ কথা ৰাখিব লগা হয় সেইটো কৃষ্ণ চৰিত্ৰত কিছু পৰিমাণে নথকা নহয়।

'পাৰিজাত হৰণ' নাটৰ কৃষ্ণ চৰিত্ৰ আটাইকেইখন নাটতকৈ সমুজ্জ্বলকৈ অঙ্কন কৰা দেখা যায়। নৰকাসুৰে স্বৰ্গৰাজ্য জয় কৰাত ভীতি-বিহুল ইন্দ্ৰই নাৰদক লগত লৈ নৰকাসুৰক বধ কৰিবলৈ শ্ৰীকৃষ্ণৰ ওচৰলৈ যোৱাত ৰুক্মিণীসহ কৃষ্ণই দেৱৰ্ষি নাৰদক দেখি কৃষ্ণই প্ৰণাম কৰা কাৰ্যই জ্যেষ্ঠ বা শ্ৰেষ্ঠৰ প্ৰতি থকা শ্ৰদ্ধা বা ভক্তিৰ পৰাকাষ্ঠাই প্ৰকাশ পাইছে। ই যেন মনুষ্য সমাজৰ অৱশ্য-কৰ্তব্যৰ কথাই সোঁৱৰাই দিয়ে। লগতে নাৰদক কুশল বাতৰি সোধা, তেওঁৰ আগমনত গোটেই দ্বাৰকাপুৰী পবিত্ৰ হোৱা আৰু তেওঁৰ দৰ্শন পোৱাত তেওঁ (কৃষ্ণ) কৃতাৰ্থ হোৱা কথাৰ পৰাই এজন শিষ্টাচাৰসম্পন্ন, বিনয়ী আৰু কৃতজ্ঞ ব্যক্তিৰ পৰিচয় ফুটি উঠিছে।

কৃষ্ণই নৰকাসুৰক বধ কৰিবলৈ স্বৰ্গলৈ যাবলৈ ওলোৱাৰ সময়ত নাৰদে দ্বাৰকা নগৰখন চাই আহোঁ বুলি কৃষ্ণৰ সপত্নী সত্যভামাৰ ওচৰ পালে এই কাৰণেই যে বহু পত্নীক

কৃষ্ণই দাম্পত্য জীৱনত পত্নীসকলক সমানে চায়নে পক্ষপাতিত্ব কৰে সেইটো চোৱাৰ মানসেৰে। লগতে কলহ প্ৰিয়, টুটকীয়া কথা লগাই কৃষ্ণ চৰিত্ৰৰ দাম্পত্য জীৱনৰ ভিতৰত সোমাই সোবাদকণ লোৱা। সেয়ে তেওঁ স্বৰ্গৰ পৰা অনা পাৰিজাত ফুল এপাহ কৃষ্ণৰ হাতত দিয়াত সেই ফুলপাহ তেওঁ ৰুক্মিণীৰ খোপাত গুজি দিয়া কথাটোকে তিলকে তাল কৰি সত্যভামাক জনালত সপত্নী বিদ্বেষত সত্যভামা জ্বলাকলা হ'ল। নাৰদে এইটোও ক'বলৈ নাপাহৰিলে যে সেই ফুল পাহৰ যোগ্য আচলতে সত্যভামাহে, ৰুক্মিণী নহয়। এই কথা শুনাত তেওঁৰ হিয়াত দুগুণে পোৰণি উঠে আৰু মৰ্মাহত হয়। ইপিনে এই কথাটো জনাবলৈ কলহ-প্ৰিয় নাৰদ কৃষ্ণৰ ওচৰলৈ গৈ তেওঁক ভৰ্ৎসনা কৰিবলৈ ধৰে "আহে কৃষ্ণ, তুহু এথা কোন সুখে ৰহইছ? সেপ্ৰিয়া সত্যভামা পাৰিজাতক নিমিত্তে অপমানে অন্ন পান সব ছাড়ল, পৰমতাপে মৰৈছে। হা হা চক্ষুৰে দেখিতে কি পাব কি নাহি পাব দেব সম্ভৰে যাব"।

নাৰদ মুনিৰ মুখে প্ৰিয়া সত্যভামাৰ এনে দুঃসংবাদৰ কথা শুনি তৎক্ষণাৎ সত্যভামাৰ ওচৰলৈ উধাতু খাই ঢাপলি মেলিলে আৰু প্ৰেমবিহুল হোৱা কৃষ্ণই, চকুলো টুকি থকা, মুখ মলিন হোৱা, ঘনে ঘনে হুমুনিয়াহ কঢ়া সত্যভামাক আঁকোৱালি লৈ চকুলো মচি সান্ত্বনা দি ক'লে—"হে প্ৰিয়ে গোটা এক ফুল ৰুক্মিণীক দেলো, সে নিমিত্তে যদি অপমান কৰহ তবে উঠহ।। তোহাক একশত পাৰিজাত দেৱৰ। হে প্ৰাণপ্ৰিয়ে, সে ৰুক্মিণী, জাম্বৱতী তোহাক সম সৌভাগিনী হয় নাহি। তুহু হামাৰ প্ৰাণসম প্ৰিয়া। জানি তাপ তেজহ। তোহাৰি দুখ দেখি হামাৰ হৃদয়। সহয় নাহি। হে প্ৰিয়ে, হামাক শপত উঠহ উঠহ"।

বহুপত্নীক কৃষ্ণই পত্নীসকলৰ মাজত হোৱা বিবাদ, বিদ্বেষত, জৰ্জৰিত, অথচ সকলোকে সন্তুষ্ট কৰি ৰাখিব পৰা গুণৰ তেওঁ অধিকাৰী। কিন্তু এইটোও ঠিক যে সত্যভামাৰ নিচিনা পত্নীয়ে তেওঁক সততাই বিশ্বাস কৰিব নোৱাৰা কাৰণে বিশ্বাসভাজন হ'বলৈ তেওঁ প্ৰতিজ্ঞাবদ্ধ আৰু কাবু হ'ব লগাত পৰে—

> "অত অপৰাধ সহা অব সেহি।
> তবসম সৌভাগিনী নাহি কোই।।
> যব মোহি বাক্য নাহি পতি আৱা।
> কঁহলো সত্য সত্য শুনা জায়া"।

তিৰোতাৰ আজ্ঞামতে চলা বহুপত্নীক স্বামীৰ অৱস্থা এনেকুৱাই হয়।

অৱশেষত কৃষ্ণৰ কাতৰ বাণীত সত্যভামাই কিছু সান্ত্বনা লাভ কৰাত কৃষ্ণই সত্যভামাক আলিঙ্গন কৰি, কোলাত তুলি বহুৱাই, নিজৰ গাৰ কাপোৰেৰে ধূলি জোকাৰি, কেশ বান্ধি নিজ হাতেৰে কৰ্পুৰ তাম্বুল খুৱালে।

তিৰোতাক সন্তুষ্ট কৰিবৰ কাৰণে তিৰোতা হেৰুওৱা স্বামীয়ে কি কি যে কৰিব নালাগে—কৃষ্ণ চৰিত্ৰই তাৰ জ্বলন্ত প্ৰমাণ।

সত্যভামাক সন্তুষ্ট কৰিব লগা হোৱা বাবেই নৰকাসুৰক বধ কৰিবলৈ যাওঁতে কৃষ্ণই সত্যভামাক লগত লৈ যাব লগা হয়। ইপিনে দেৱকাৰ্য সাধন কৰাত পলম হোৱা দেখি

নাৰদে খণ্ডেৰে কৃষ্ণক ভৰ্ৎসনা কৰি ক'বলৈ ধৰিলে যে তোমাৰ নিচিনা তিৰোতা হেৰুওৱা মানুহ মই ক'তো দেখা নাই। তাৰ উত্তৰত দাম্পত্য জীৱনত অসুখী, বিষয় জঞ্জালত হাবু-ডাবু খোৱা কৃষ্ণই দেৱৰ্ষি নাৰদক বিনম্ৰভাৱে কৈছে—"হে মুনিৰাজ, স্ত্ৰী বুজৱেসে না বুজে কা কৰব? কুমাৰীক হাত এড়াইতে নাহি পাৰি। হে মুনিৰাজ, এ চলইছে। ক্ৰোধ কৰিব"।

তাৰ উত্তৰত নাৰদে ক'লে যে তোমাৰ নিচিনা তিৰোতাৰ আজ্ঞাবহ পুৰুষ মই ক'তো দেখা নাই যিহেতু যুদ্ধৰ সময়তো তিৰোতাক এৰিব পৰা নাই। কৃষ্ণই তাৰ উত্তৰত ক'লে—"হে মুনিৰাজ কি কৰব? পাৰিজাতক নিমিত্ত সত্যভামা প্ৰাণ ছাড়ব। উন্নিকৰ নিৰ্বন্ধ কত সহবো"?

প্ৰত্যুত্তৰত নাৰদে ক'লে—"হে কৃষ্ণ, কামাতুৰ পুৰুষক ঐচন অৱস্থা।"

মহাপুৰুষ শঙ্কৰদেৱে কৃষ্ণ চৰিত্ৰৰ মানৱীয় দিশটো এনেদৰে অঙ্কন কৰাৰ প্ৰধান উদ্দেশ্য হৈছে মানৱক কামনা-বাসনাৰ উৰ্ধ্বত থাকিবলৈ উনুক দিয়াটো।

কৃষ্ণই নৰকাসুৰক বধ কৰাত মানব কৃষ্ণ চৰিত্ৰৰ এফালে শক্তিশালিতা বীৰত্ব আৰু সাহসিকতা, আৰু আনফালে দুষ্কৃতি, অনাচাৰ, ব্যভিচাৰ, অন্যায়, অত্যাচাৰ দূৰ কৰি সংস্কৃতি, সদাচাৰ, ন্যায় শান্তি স্থাপন কৰা।

এইদৰে মহাপুৰুষ শঙ্কৰদেৱৰ নাটৰ কৃষ্ণ চৰিত্ৰ আলোচনা কৰিলে শ্ৰীকৃষ্ণ চৰিত্ৰৰ ঈশ্বৰত্ব যিমান পৰিমাণে ফুটি উঠে তুলনামূলকভাৱে মানৱীয় দিশটোও ফুটি নুঠাকৈ নাথাকে।

বৰ্তমান আমাৰ সমাজত দেখা দিয়া সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, আধ্যাত্মিক কেৰোণসমূহ আঁতৰাবৰ একমাত্ৰ উপায় হ'ব মহাপুৰুষ শঙ্কৰদেৱে দি যোৱা কৃষ্ণ চৰিত্ৰৰ মানৱীয় দিশটো অনুসৰণ কৰা। আমি আমাৰ সমাজৰ অনাচাৰ, ব্যভিচাৰ, অত্যাচাৰ, দুষ্কৃতি নিৰাকৰণ কৰিবলৈ হ'লে অঙ্কীয়া নাটসমূহৰ মাজেদি প্ৰকাশ পোৱা বাস্তৱিক মানৱোচিত কৰ্মসমূহ যথাযথভাৱে পালন কৰিলেহে আমি মানৱীয় গুণৰ অধিকাৰী হ'ব পাৰিম আৰু তাৰ পিছত সেইবোৰ অতিক্ৰম কৰি শেষত মানৱৰ শেষ লক্ষ্যত উপনীত হ'ব পাৰিম। শাস্ত্ৰৰ উপদেশসমূহ যদি দেখাতহে আদৰ্শ হৈ থাকে, কাৰ্যকৰীকৰণ নহয়, তেনেহ'লে সেই শাস্ত্ৰই মানুহৰ প্ৰকৃত হিত সাধন নকৰে। ফলত আদৰ্শ আৰু বাস্তৱৰ আকাশলংঘী পাৰ্থক্য ওলাই পৰে আৰু তাৰ পৰিণাম স্বৰূপে সমাজ বিপথগামী হয়, তেতিয়া মানুহে কৰ্তব্য-অকৰ্তব্যৰ দেওনা পাৰ হৈ নিজ ইচ্ছাৰে চলিবলৈ আৰম্ভ কৰে, ফলত সমাজৰ ধৰণী কঁপি উঠে আৰু সমাজত নানা বিশৃঙ্খলতাৰে পৰিপূৰ্ণ হয়। আজি প্ৰত্যেক পৰিয়াল, প্ৰত্যেক খেল, প্ৰত্যেক গাঁও, প্ৰত্যেক অঞ্চলৰ সমাজৰ সমূহ লোকৰ মাজত দেখা দিয়া কেৰোণবোৰ চালিজাৰি চোৱাৰ সময় উপস্থিত হৈছে। আমি যি গণ্ডীতেই নাথাকো কিয়, সেই গণ্ডীৰ মাজত আত্ম সমালোচনা আৰু আত্মশুদ্ধিৰ পথেৰে মহাপুৰুষসকলে দি যোৱা সম্মত আদৰ্শৰে অনুধাৱিত হ'লে আমি শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধনত সুখী হ'ব পাৰিম বুলি আশা কৰিব পাৰোঁ।

---

*উত্তৰ জামুগুৰি শাখা সাহিত্য সভাৰ পত্ৰিকাত প্ৰকাশিত, ১৯৮০ চন।*

# শ্ৰীশংকৰদেৱৰ কীৰ্তন-ঘোষাৰ অন্তৰ্গত 'হৰমোহন' আৰু 'বেদ-স্তুতি' খণ্ডত প্ৰকাশ পোৱা 'একেশ্বৰবাদ' আৰু 'অদ্বৈতবাদ'

ভাৰতীয় দৰ্শন আৰু ধৰ্মৰ ইতিহাসত 'একেশ্বৰবাদ' আৰু 'অদ্বৈতবাদ'ৰ ধাৰণা আৰম্ভণিতে হোৱা নাছিল। প্ৰথমে বেদৰ স্তৰতেই কৰ্ম কাণ্ডৰ পৰা মানুহৰ মন ক্ৰমশঃ জ্ঞান কাণ্ডৰ প্ৰতি আকৃষ্ট হৈছিল। তাৰ পিছৰ স্তৰত অৰ্থাৎ ব্ৰাহ্মণৰ শেষভাগত ধৰ্মই স্থান লৈছিল। ইয়াক পৰাবিদ্যা বা ব্ৰহ্মবিদ্যাৰ স্তৰ বুলিব পাৰি। তৃতীয় স্তৰ হ'ল—ষড় দৰ্শন বা সূত্ৰৰ যুগ। এই স্তৰত মুক্তিয়েই মানুহৰ পুৰুষাৰ্থ বুলি পৰিগণিত হৈছিল। ইয়াৰ পিছৰ স্তৰ হ'ল—পুৰাণৰ স্তৰ। এই পুৰাণৰ স্তৰতেই প্ৰথমে একেশ্বৰবাদে প্ৰতিষ্ঠা লাভ কৰে আৰু ঈশ্বৰ-ভক্তি একমাত্ৰ সিদ্ধিৰ পথৰূপে গৃহীত হয়। ইয়াত ঈশ্বৰ সৰ্বশক্তিমান, তেৱেঁই বিশ্বৰ নিয়ন্তা; কিন্তু তেওঁ ভক্তৰ পৰা বিভিন্ন; তেওঁ স্ৰজন কৰা সৃষ্টিৰ পৰা বহু দূৰৈত—বৈকুণ্ঠত বাস কৰে। ভক্তিৰ দ্বাৰা তেওঁৰ সৈতে ব্যক্তিগত সম্পৰ্ক স্থাপন কৰিব পাৰি আৰু তেওঁৰ কৃপা লাভ হ'লে সালোক্য মুক্তি সম্ভৱ হ'ব পাৰে।

দাক্ষিণাত্যৰ শংকৰাচাৰ্য 'অদ্বৈতবাদ'ৰ জন্মদাতা। তেওঁৰ অদ্বৈতবাদ অনুসৰি ব্ৰহ্ম আৰু জীৱৰ মাজত একো পাৰ্থক্য নাই। জীৱও ব্ৰহ্মৰ নিচিনা মুক্ত আৰু স্বপ্ৰকাশিত। তেওঁৰ মতে জীৱৰ বন্ধনৰ কাৰণ হৈছে—অবিদ্যা বা মায়া। অবিদ্যাৰ নাশ—জ্ঞানৰ দ্বাৰাহে সম্ভৱ। ব্ৰহ্ম আৰু জীৱৰ পৰম অভিন্নতা জ্ঞানৰ দ্বাৰা উপলব্ধ হয়। "তৎ ত্বম অসি'—এই উক্তিটোৱে ব্ৰহ্ম আৰু জীৱৰ একৰূপতা প্ৰকাশ কৰে। এই একত্বৰ উপলব্ধিয়ে মুক্তি। মুক্তি লাভ এই শৰীৰতে, এই জীৱনতে সম্ভৱ। ইয়াৰ আন এটা নাম 'জীৱন্মুক্তি'।'

শংকৰাচাৰ্যৰ মতে—ব্ৰহ্ম "নিৰ্গুণ, নিৰৱয়ৱ, নিৰুপাধিক, নিৰ্বিশেষ।"

ব্ৰহ্ম সূত্ৰৰ ভাষ্য অনুসৰি ব্ৰহ্ম সৰ্বজ্ঞ, সৰ্ব শক্তিমান, জগতৰ উৎপত্তি, স্থিতি আৰু লয়ৰ কাৰণ। ব্ৰহ্ম একেটাই মাত্ৰ, পৰম শক্তি, নামতহে তেওঁক বহুৰূপে দৃষ্ট হয়। যিটোৰ অস্তিত্ব নাই, সেইটোৱে মায়া।

ব্ৰহ্মসূত্ৰৰ মতে—জীৱ শৰীৰৰ অধ্যক্ষ, প্ৰাণ (বায়ু) ধাৰণকাৰী চেতন বস্তুৱে জীৱ। এই জীৱৰ ব্ৰহ্মৰ সৈতে পাৰ্থক্য নাই—'জীৱ ব্ৰহ্মৈৱ'। শংকৰাচাৰ্যই জগতৰ অসত্যতা

সম্পৰ্কে এনেদৰে কৈছে—'ব্ৰহ্মসত্য জগন্মিথ্যা'... ...। তেওঁৰ ভাষ্যমতে জগত যদিও অসত্য, কিন্তু শ শ শৃঙ্গৰ দৰে, বন্ধ্যা পুত্ৰৰ দৰে বা আকাশ কুসুমৰ দৰে অসত্য নহয়। জগত তেনে ধৰণৰ অসত্য নহয়। কাৰণ জীৱ যেতিয়ালৈকে জগতত আছে, জগত তেতিয়ালৈকে জীৱৰ দৰে সত্য। যেতিয়া জীৱৰ ব্ৰহ্মজ্ঞান হয়, তেতিয়া জীৱৰ জগত বুলি একো বস্তু নাথাকে।

অসমৰ নৱ বৈষ্ণৱ ধৰ্ম তথা মহাপুৰুষীয়া ধৰ্মৰ মূল ভিত্তি হ'ল—ভক্তিবাদ। এই ভক্তিবাদ একেশ্বৰবাদৰ ওপৰত প্ৰতিষ্ঠিত—'কৃষ্ণস্তু ভগবান স্বময়্'। এই কৃষ্ণকেই মহাপুৰুষ শংকৰদেৱে পৰম ব্ৰহ্ম হিচাপে, জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ অধিকাৰী হিচাপে তেখেতৰ ধৰ্মীয় গ্ৰন্থসমূহত প্ৰতিপন্ন কৰিছে। তেখেতে তদানীন্তম অসমত প্ৰচলিত নানা দেৱ-দেৱীৰ পূজা-উপাসনাৰ প্ৰতি সচেতন হৈ জনসমাজক এজন দেৱতাৰ সন্ধান দিলে যদিও, আন অনেক দেৱতাৰ সৈতেও তেওঁৰ অভেদত্ব স্বীকাৰ কৰাৰ দৃষ্টান্ত নথকা নহয়। মূলতঃ শংকৰদেৱ অদ্বৈতবাদী। 'একমে বা দ্বিতীয়ম' পৰমেশ্বৰৰ প্ৰতি একনিষ্ঠ অব্যভিচাৰী ভক্তি শংকৰ-মাধৱৰ ধৰ্মৰ মূল ভিত্তি আছিল। কীৰ্তনৰ আৰম্ভণিতেই শংকৰদেৱে লিখিছে—"প্ৰথমেঁ প্ৰণামো ব্ৰহ্মৰূপী সনাতন"। ব্ৰহ্ম নিৰঞ্জন, নিৰাকাৰ। সেই ব্ৰহ্ম আৰু জগতৰ ভিতৰতো একো পাৰ্থক্য নাই। উদাহৰণ স্বৰূপে—'হৰমোহন' খণ্ডৰ এটি উদ্ধৃতি দিয়া হ'ল—

"নমো নমো মাধৱ বিধিৰ বিধিদাতা।
তুমি জগতৰ গতি মতি পিতা মাতা।।
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ।।
তুমি পশু পক্ষী সুৰাসুৰ তৰু তৃণ।
অজ্ঞানত মূঢ় জনে দেখে ভিন্ন ভিন্ন।।

... ... ...

সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত।।
তুমিসে কেৱলে সত্য মিছা সবে আন।"

ইয়াৰ দ্বাৰা পৰমব্ৰহ্ম তথা পৰমাত্মা আৰু তেওঁৰ দ্বাৰা স্ৰজন কৰা জগত তথা জগতৰ সমস্ত প্ৰাণীৰ মাজত থকা অভেদত্ব তথা অদ্বিত্ব তত্ত্বকে প্ৰকাশ পাইছে। যেনেকৈ সোণ আৰু সোণৰ পৰা তৈয়াৰী কুণ্ডল পৰিশেষত সোণলৈ পৰ্যবসিত হয়, ঠিক তেনেকৈ জগতখনো লয়ৰ পিছত পৰমাত্মালৈ ৰূপান্তৰিত হয়। আনহাতে, জগত সৃষ্টিৰ কাৰণ আৰু জগতসৃষ্টি কাৰ্যও পৰমাত্মাৰ দ্বাৰা সম্পন্ন হয়।

'হৰমোহন' খণ্ডৰে আন এঠাইত লিখিছে—

মত দেখা চৰাচৰ হৰিময় নিৰন্তৰ
হৰিত পৃথক কেহো নোহে।
যিজন ভকতিহীন সি দেখে হৰিক ভিন্ন
হৰিৰ মায়াতে তাক মোহে।।

উক্ত ঘোষাটিতো সমগ্ৰ জগতত যে হৰি সদায় বিৰাজমান হৈ আছে আৰু হৰি জগতৰ মাজত যে কোনো ধৰণৰ পৃথকতা নাই তাকেই প্ৰকাশ কৰিছে। কেৱল হৰি ভকতিবিহীন লোকেহে মায়াত আবদ্ধ হৈ হৰিক বেলেগ বুলি ভাবে।

আকৌ বিষ্ণুৰূপী শ্ৰীকৃষ্ণই মোহিনীৰূপ ত্যাগ কৰি নিজ ৰূপ লোৱাৰ পিছত হৰক খেদ পৰিহাৰ কৰিবলৈ কোৱা পদতো হৰি আৰু হৰৰ মাজত থকা অভেদত্ব প্ৰকাশ পাইছে—

আত নকৰিবা খেদ কিঞ্চিতো নাহিকে ভেদ
তোম্ভাৰে আম্ভাৰে একে কায়া।।

কীৰ্তনৰ 'বেদস্তুতি' খণ্ডতো শংকৰদেৱে 'অদ্বৈতবাদ সম্পৰ্কে ভালেমান ঘোষাত প্ৰকাশ কৰিছে। তলত কেইটামান ঘোষা উল্লেখ কৰা হ'ল।

দশ দিগপাল সমে জগত সমস্ত।
তোমাতেসে উপজে তোমাত যায় অস্ত।।

অৰ্থাৎ দশ দিগপালৰ সৈতে সমগ্ৰ জগতখন পৰম ব্ৰহ্মৰূপী নাৰায়ণৰ পৰাই উৎপত্তি হয় আৰু তেওঁৰেই বিলয় হয়।

এই সমস্ত জগতত যিমান জীৱ আছে, সকলোকে নাৰায়ণেই সৃজন কৰিছে আৰু ঈশ্বৰ স্বৰূপে প্ৰত্যেকৰে শৰীৰত জীৱৰ অংশ হিচাপে আছে। সকলোবোৰ জীৱ, তেওঁৰেই অংশ।

তলত উল্লেখ কৰা পদতো জীৱ আৰু ঈশ্বৰৰ মাজত যে কোনো পাৰ্থক্য নাই অভেদ—সেইটো পতিপন্ন হোৱা দেখা যায়—

আপুনি সৃজিলা চৰাচৰ দেহা যত।
সমস্তে ঐশ্বৰ্য্যভাৱে আছা সমস্তত।।
জীৱ অংশে তুমি প্ৰৱেশিলা গাঁৱে গাঁৱে।
আৱে আমি তোম্ভাক ভজোহো সৰ্বভাৱে।।
তোম্ভাৰেসে অংশ আমি যত জীৱ থাক।

আন এটি ঘোষাত ব্ৰহ্মই একমাত্ৰ সত্য আৰু ব্ৰহ্মৰ দ্বাৰা সৃজন কৰা জগতখনো ব্যৱহাৰিক দৃষ্টিত সত্য যেন লাগিলেও, পাৰমাৰ্থিক দৃষ্টিত অনিত্য বা অসত্য আৰু ব্ৰহ্মতেই জগতখন প্ৰকাশমান হৈ আছে। তেওঁ সৃজন কৰা জগততেই তেওঁ সদায় অন্তৰ্যামী

ভগৱন্তৰূপে বিৰাজমান হৈ থাকে। সেই কাৰণে জ্ঞানীসকলে জগতখনেই হৰি বুলি কয়—

তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।
এতেকে সে জ্ঞানী গণে অৱশেষ
জগতকে বোলে হৰি।

হৰিৰ কোনো দ্বৈত ৰূপ নাই। মুকুট, কুণ্ডল প্ৰভৃতি সোণৰ পৰাই নিৰ্মিত হ'লেও স্বৰূপাৰ্থত সোণেই। সেইবোৰক বেলেগ বেলেগকৈ মাত্ৰ ৰূপ আৰু নাম দিয়া হয়। অহঙ্কাৰাদি আৰু পঞ্চভূতো পাৰমাৰ্থিক বিচাৰত বেলেগ নহয়, সেইবোৰো হৰিয়েহে মাত্ৰ।

মুকুট কুণ্ডল যেন সুৱৰ্ণৰ ভিন্ন নুহি
মিছা মাত্ৰ নাম ৰূপ যত।
অহঙ্কাৰ পঞ্চভূত তোম্মাত পৃথক নোহে
প্ৰভু পৰমাৰ্থ বিচাৰত।।

এনেদৰে 'হৰমোহন' খণ্ড আৰু 'বেদস্তুতি' খণ্ড দুটা আলোচনা কৰিলে মহাপুৰুষ শংকৰদেৱ যে 'একেশ্বৰবাদ' তথা 'অদ্বৈতবাদ'ৰ পক্ষপাতি—সেইটো জানিব পৰা যায়।

# ৰাসলীলাৰ আধ্যাত্মিক তত্ত্ব

ৰাসলীলা শুনোতা আৰু বৰ্ণাওঁতাক ধীৰ, শ্ৰদ্ধান্বিত বিশেষণেৰে বিশেষিত কৰিছে আৰু কৈছে—এনে ধীৰ, অচঞ্চল লোকে শ্ৰদ্ধাৰে সৈতে বিষ্ণুৰ ৰাসলীলা শ্ৰৱণ বা কীৰ্তন কৰিলে তেওঁৰ অচিৰতে ভগৱন্তৰ প্ৰতি পৰাভক্তি লাভ কৰি কাম নামৰ ৰোগৰ পৰা মুক্ত হয়।

"সচ্চিদানন্দ বিগ্ৰহ কৃষ্ণ স্বৰূপ' বিষ্ণুৰ পৰম পদ পাব লাগিলে, সকলো বাসনা-কামনা পৰিত্যাগ কৰি অকপট প্ৰেমিক হ'ব লাগিব। প্ৰেমৰ ঘাই লক্ষণ উৎকণ্ঠা। সেই উৎকণ্ঠা কেনে সেইটো ব্যভিচাৰিণী, বিৰহিনী কামিনীৰ দৃষ্টান্তৰ পৰাহে বুজিব পাৰি। পৰপুৰুষত সৰ্বতোভাৱে অনুৰক্তা তিৰোতাৰ দৰে যেতিয়া ঈশ্বৰত একান্ত অনুৰক্ত ভক্তই সকলো কামনা পৰিত্যাগ কৰি হা কৃষ্ণ! হা কৃষ্ণ! বুলি কান্দিব, তেতিয়া ভক্তবৎসল ভগৱন্তই নিজৰ সেই একান্ত ভক্তক নিজৰ আনন্দময় কোলাত তুলি লৈ আলিঙ্গন কৰিব। জীৱ আনন্দ সমুদ্ৰত নিমগ্ন হৈ ধন্য হ'ব। এয়ে মুঠতে ৰাসলীলাৰ প্ৰকৃত মৰ্ম।"

কাম আৰু প্ৰেম একে বস্তু নহয়। কাম মনোবৃত্তি বা বাসনা, কিন্তু প্ৰেম মনোবৃত্তি বা বাসনা নহয়। প্ৰেম একনিষ্ঠ, কাম তেনে নহয়। কামে প্ৰকৃত বস্তুক আশ্ৰয় কৰি আনন্দ ভোগ কৰিবলৈ বিচাৰে; কিন্তু প্ৰেমে বস্তুলৈ অপেক্ষা নকৰি মাথোন অবিমিশ্ৰ আনন্দ লাভ কৰিবলৈ বিচাৰে। জীৱৰ আনন্দ লিপ্সাই স্বভাৱ; কাৰণ জীৱ আনন্দময়ৰ অংশ। কিন্তু প্ৰকৃত আনন্দ কিহত? পাহৰি বা নাজানি, অপদাৰ্থত আনন্দ বিচাৰি ঘূৰি মৰে।

ৰাসলীলাত অশ্লীলতাৰ গোন্ধ পোৱা সকলে মনত ৰখা উচিত—

ৰাসলীলাৰ প্ৰণেতা কোন? বক্তা কোন? শ্ৰোতা কোন?

প্ৰণেতা, বক্তা আৰু শ্ৰোতাৰ অভিপ্ৰায় কি, প্ৰণেতা—সত্যৱতী সুত মহৰ্ষি কৃষ্ণ দ্বৈপায়নবেদজ্ঞ—যিজনে বেদ বিভাগ, বেদান্ত দৰ্শন প্ৰণয়ন আৰু মহাভাৰত আৰু ওঠৰখন পুৰাণ ৰচনা কৰিছিল আৰু যিজন ঈশ্বৰৰ চতুৰ্বিংশতি অৱতাৰৰ ভিতৰত এজন অৱতাৰ।

বক্তা কোন? —মহাভক্ত, মহাযোগী, জীৱনমুক্ত পুৰুষ, বিষয়ত বিৰাগী, শুকদেৱ।

শ্ৰোতা কোন? —মৃত্যুৰ দুৱাৰডলিত থিয় হোৱা প্ৰয়োপবিষ্ট মহাৰাজ, ধাৰ্মিক পৰীক্ষিত।

ধানৰ বাকলিৰ ভিতৰত থকা চাউলহে আচল বস্তু। শৃঙ্গাৰ-কথা পৰম তত্ত্বযুক্ত ৰাসলীলাৰ ওপৰৰ বাকলিহে। যি ধীৰ, স্থিৰ আৰু শ্ৰদ্ধাবান, সিহে ধৈৰ্য ধৰি পৰম নিগূঢ়

ৰাসলীলাৰ নিগূঢ় অন্তৰ্নিহিত তত্ত্বনিধি লাভ কৰিব পাৰে, চঞ্চল, অধীৰ, ওপৰ চকুৰা, অশ্ৰদ্ধাবানে নোৱাৰে, মহামুনি ব্যাস আৰু শুকদেৱে ইয়াকেহে কয়।

ব্ৰজৰ গোপীসকলে মূৰ্তিমান আনন্দ স্বৰূপ শ্ৰীকৃষ্ণক আলিঙ্গন কৰি গোটেই সংসাৰ পাহৰি গৈছিল। শ্ৰীকৃষ্ণৰ ৰাসলীলা জীৱ-ব্ৰহ্মাৰ আলিঙ্গনৰ অভিনয়। সংসাৰ পাহৰিব পাৰিলেই কাম নাথাকে। আনন্দ মূৰ্তিৰে সৈতে আলিঙ্গিত হ'বৰ উপায় প্ৰেম। প্ৰেমৰ ঘাই লক্ষণ প্ৰেমৰ অপ্ৰাপ্তিত দাৰুণ উৎকণ্ঠা। বিৰোহিনী, ব্যভিচাৰিণী কামিনীয়েই সেই উৎকণ্ঠাৰ এক মাথোন চূড়ান্ত দৃষ্টান্ত। এইবাবে গোপীসকলক ব্যভিচাৰিণী পৰনাৰীৰূপে থিয় কৰি ভগৱন্ত ভক্তৰ ভগৱন্তক পাবৰ উৎকণ্ঠা দেখুৱা হৈছে—অৰ্থাৎ জীৱৰ এনেকুৱা উৎকণ্ঠা হ'লেই জীৱই ভগৱন্তক পাব। এয়ে ৰাসলীলাৰ ঘাই শিক্ষা।

সু-স্বৰৰ সৌন্দৰ্যৰ, সু-ৰসৰ, সু-গন্ধৰ, সু-স্পৰ্শৰ আকৰ্ষণীয়তা যে আছে—এইটো সকলোৱে জানে। কিন্তু এই আকৰ্ষণীয় শক্তি প্ৰকৃততে পাৰ্থিব পদাৰ্থৰ নহয়, এই আকৰ্ষণীয় শক্তি 'ৰসো বৈ সঃ'—আনন্দৰহে।

কিন্তু 'আনন্দং ব্ৰহ্মেতি'—আনন্দই ব্ৰহ্ম আৰু শ্ৰীকৃষ্ণই সেই আনন্দঘন মূৰ্তি 'সচ্চিদানন্দ বিগ্ৰহ'। শ্ৰীকৃষ্ণৰ সেই আকৰ্ষণীয় শক্তি বাঁহীৰে—বাঁহীৰ সু-স্বৰেৰে সকলোকে তেওঁৰ ফাললৈ মাতি আছে। কাণৰ মলিনতা দূৰ হ'লেহে সেই স্বৰ শুনিবলৈ পোৱা যায়। গোপীসকলৰ দূৰ হৈছিল। সেই দেখি আগতে নিৰ্ধাৰিত শৰৎকালৰ পূৰ্ণিমাৰ ৰাতি শ্ৰীকৃষ্ণৰ সেই সুমধুৰ বাঁহীৰ আহ্বান শুনিবলৈ পাই কৃষ্ণগত-প্ৰাণ গোপীসকলে গৃহকৰ্ম পতি-পুত্ৰাদি এৰি প্ৰাণবল্লভ কৃষ্ণৰ ফালে লৰ দিছিল।

মহাপুৰুষ শংকৰদেৱে গোপীসকলে গৃহকৰ্ম এৰি এইদৰে লৰি যোৱাৰ সুন্দৰ তাৎপৰ্য দাঙি ধৰিছে—

> এড়ে যেন ধৰ্ম কৰ্ম ভকত সকলে।
> কৃষ্ণৰ কীৰ্তন শুনি চিত্ত উত্তাৰলে।।
> নেদেখন্ত পুত্ৰ দাৰা বিষয়ৰ সুখ।
> সেহি মতে ভৈল গোপী কৃষ্ণক সন্মুখ।।

গোপীসকলে কৃষ্ণৰ সন্মুখীন হওঁতে কেৰাটাও প্ৰশ্ন কৰিছিল, কেবা প্ৰকাৰে ভীতি প্ৰদৰ্শন কৰিছিল তেওঁৰ প্ৰতি তেওঁৰ আত্মিক টান কিমান আছিল জুখি চাবলৈ।

মানুহৰ তিনিটা ডাঙৰ ভয় আছে—

(১) প্ৰাণৰ ভয় — প্ৰেত-পিশাচ, হিংস্ৰ জন্তুৰ ভয়;

(২) লোক ভয় — স্বামী বা আত্মীয়সকলৰ দ্বাৰা শাস্তি পোৱাৰ ভয়, লোক-নিন্দাৰ ভয়।

(৩) ধৰ্ম ভয় — গৃহকৰ্ম কৰা, পতি-পুত্ৰ আত্মীয়সকলক শুশ্ৰূষা নকৰিলে স্ব-ধৰ্ম পালন নহ'ব (যিটো ভাৰতীয় নাৰীৰ কাৰণে অৱশ্য পালনীয়) বুলি শ্ৰীকৃষ্ণই দেখুওৱা ধৰ্মভয়।

গোপীসকলে সেই কঠিন পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ সক্ষম হৈছিল—অৰ্থাৎ তেওঁলোকে নিজৰ জীৱনকো উছৰ্গা কৰি পৰমাত্মাৰূপী শ্ৰীকৃষ্ণ প্ৰাপ্তিক বেছি শ্ৰেয়ঃ বুলি মানি সকলো জলাঞ্জলি দি আহিছে।

আমাৰ হিন্দু ৰমণীৰ স্ব-ধৰ্ম পালন, বিনয়, লজ্জাশীলতা, নম্ৰতা আৰু গৃহকৰ্মত অনুৰাগ স্বাভাৱিক ভূষণ, প্ৰাণতকৈয়ো মূল্যবান। ধৰ্মনাশ আৰু সদাচাৰ ত্যাগ এই দুটা গাৰ্হস্থ্য ৰমণীৰ বাবে এৰিব নোৱাৰা কাৰ্য।

এই দুটাকো পৰিত্যাগ কৰি গোপীসকলে ভগৱন্ত কৃষ্ণক বৰণ কৰিলে।

শ্ৰীকৃষ্ণই গোপীসকলৰ সৈতে শৃঙ্গাৰ ৰসৰ অভিনয় কৰিলেও তেওঁৰ ধাতু স্খলন হোৱা নাছিল। যিহেতু তেতিয়া তেওঁৰ পৌগণ্ডৰ বয়স অৰ্থাৎ তেওঁ ৮/৯ বছৰীয়া বালক। কিন্তু তেওঁ ৰাসক্ৰীড়া কৰিছিল। গতিকে ইয়াতেই কামজয় প্ৰদৰ্শিত হৈছে।

সেয়ে শঙ্কৰদেৱ মহাপুৰুষেও আদি দশমত 'কাম জয় নামে ইটো কেশৱৰ কেলি' বুলি আৰম্ভণিতে সোঁৱৰাইছে।

এই ৰাসক্ৰীড়া বিড়ম্বন মাথোন; ৰাসলীলাৰ অনুকৰণত কামজয় প্ৰদৰ্শন কৰাটোৱেই আচল তত্ত্ব। কিয়নো—

যি নিজেই পূৰ্ণকাম, আত্মাৰাম তেওঁৰ কোনো কামনা বা তেনে কোনো অভাৱ থাকিব নোৱাৰে।

শ্ৰীকৃষ্ণ আত্মাৰাম হৈয়ো গোপীসকলৰ লগত ৰমণ কৰিলে।

"পূৰ্ণকাম হৰি যদিও জগত ঈশ্বৰ।
তথাপি সাধন্ত আতি প্ৰীতি ভকতৰ।।
হাসি পাছে গোপ যুৱতীৰ বাঞ্ছিত।
কৰিলন্ত কৃষ্ণে কাম কেলি বিপৰীত।।

তেওঁ নিজেই পূৰ্ণ কাম হৈয়ো, ৰমণেচ্ছা নাথাকিলেও গোপীসকলৰ প্ৰীতি সাধিবৰ নিমিত্তে প্ৰকৃত লোকৰ দৰে (নিজেই অপ্ৰাকৃত হৈয়ো) ৰমণ কৰিছিল। এই কাৰ্যও যোগমায়াক আশ্ৰয় কৰি তেনেকুৱাকৈ দেখুৱাইছিল।

সূৰ্যৰ ৰশ্মি যেনেকৈ সূৰ্যৰ পৰা দেখাত সুকীয়া অথচ সুকীয়া নহয়, চিৰকাল সদানন্দময় ভগৱন্তৰ প্ৰীতি সাধন কৰি আনন্দ আস্বাদন কৰাটোৱেই জীৱৰ স্বৰূপ অৱস্থান। গোপীসকলে তাকেই পাবৰ কাৰণে ব্যাকুল হৈছিল আৰু ভকতৰ বশ্য ভগৱন্তই তাকে দিবলৈ ইচ্ছা কৰিছিল।

জীৱই বিশুদ্ধ হৈ আনন্দময় মূৰ্তিমান পৰমব্ৰহ্মৰ আলিঙ্গন লাভ কৰিব পাৰিলেই তেওঁ আনন্দঘন শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ ৰাসমণ্ডলৰ সহচৰ হয়। ভগৱন্তৰ এই লীলাৰ নামেই ৰাসলীলা।

এই ৰাসলীলাত কাৰ্য বা ক্ৰিয়া নাই, ফল আছে, কামনা নাই, তৃপ্তি আছে, সম্ভোগ

নাই, আনন্দ আছে।

শ্ৰীধৰ স্বামীৰ টীকা মতে ৰাসক্ৰীড়াৰ সূত্ৰ—

"ৰাসক্ৰীড়া ৰাসো নাম বহু নৰ্ত্তকীযুক্ত নৃত্য বিশেষঃ"—অৰ্থাৎ বহু নৰ্তকীয়ে কৰা এক প্ৰকাৰ নৃত্যকে ৰাস বোলে।

ভগৱন্তই কামজয় প্ৰদৰ্শন কৰিবৰ নিমিত্তেই ৰাস নামৰ নৃত্যৰ অনুকৰণ কৰি লীলা কৰিছিল, এইটোৱেই আছিল আচল তত্ত্ব। অপ্ৰাকৃত ৰসতত্ত্বহে ব্যক্ত কৰিছিল।

শ্ৰীকৃষ্ণৰ ৰাসলীলা প্ৰাকৃত ৰাসলীলাৰ অনুকৰণ মাথোন, শ্ৰীকৃষ্ণ কিন্তু প্ৰাকৃত মনুষ্য নহয়।

"ৰস্যতে আস্বাদ্যতে অসৌ ৰসঃ"—অৰ্থাৎ যাক আস্বাদন কৰা যায়, সিয়েই ৰস।

যি ইন্দ্ৰিয়াতীত তেওঁক কোনো কামে টলাব নোৱাৰে। তেৱেঁই তেজস্বী—'তেজসীয়াং ন দোষায়'—তেজস্বীসকলে কামনাযুক্ত হ'লেও তেওঁলোকক সেই দোষে চুব নোৱাৰে।

কৃষ্ণ সমস্ত জীৱৰ আত্মা। গোপীসকলৰ সৈতে কৃষ্ণৰ বিহাৰ মানেই কৃষ্ণৰ সৈতে আত্মাৰাম কৃষ্ণৰ বিহাৰ। তেওঁ আপোনাৰ সৈতে আপুনি ক্ৰীড়া কৰিছিল আৰু কৰি আছে। তেওঁৰ কোনো পৰ নাই, সেয়ে পৰদাৰাও নাই। প্ৰেম আৰু আনন্দৰ ক্ৰীড়াতেই জগত তিষ্ঠি আছে। এই প্ৰেম আৰু আনন্দৰ নিত্য লীলা বুজিব পাৰিলেই জীৱৰ সংসাৰৰ পৰা নিবৃত্তি।

ৰাসলীলাত শৃঙ্গাৰৰ কথা ছল মাথোন, বাস্তৱিকতে ই নিবৃত্তিপৰ মুক্তিৰ দ্বাৰ স্বৰূপ।

গোপীসকলক পৰদাৰা কৰি লীলা কৰাৰ মানে এইটো দেখুৱাবলৈ যে সৰ্বস্ব ত্যাগ নকৰিলে কৃষ্ণক পোৱা নাযায়। গোপীসকলে সৰ্বস্ব ত্যাগৰ পৰাকাষ্ঠা দেখুৱাইছিল।

আনকি স্ত্ৰীয়ে পৰিত্যাগ কৰিব নোৱৰা (দুস্ত্যজ) আৰু নোপোৱানিজ পতিক পৰ্যন্ত পৰিত্যাগ কৰিছিল আৰু কৰিহে ভগৱন্তক পাইছিল। ৰাসক্ৰীড়াৰ যোগে এই চৰম তত্ত্বটো বুজোৱা হৈছে।

গোপীসকলে শৃঙ্গাৰ ৰসৰ ভিতৰেদি কৃষ্ণৰ প্ৰতি একান্ত অনুৰক্ত হৈ তেওঁক পাইছিল। যি শৃঙ্গৰ ৰসত অনুৰক্ত তাৰ নিমিত্তে প্ৰাকৃত আস্বাদনেৰে আস্বাদিত এই ৰাসলীলা—

ইটো ৰাস-ক্ৰীড়া কেলি নামে কামজয়।
কৰিলা ভৃত্যৰ পদে কৃষ্ণ কৃপাময়।।
আৰু শুনে ভণে যিটো জনে অবিশ্ৰাম।
বাঢ়িবে ভকতি অতি জিনিবেক কাম।।

... ... ...

শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
তাকে শুনি হৌক নিৰ্মল মতি।।
ভকতৰ পদে আপুনি হৰি।

ক্ৰীড়িলা ৰঙ্গে নৰদেহা ধৰি।।

... ... ...

ইটো ৰাস ক্ৰীড়া কথা কৃষ্ণৰ
একান্ত চিত্তে শুনে যিটো নৰ।
কাম সাগৰ সুখে হৈব পাৰ।
ইটো কাম জয় কৃষ্ণৰ কথা।।

এই ৰাসলীলা জীৱাত্মাৰে সৈতে পৰমাত্মা শ্ৰীকৃষ্ণৰ লীলা। জীৱাত্মাৰে সৈতে পৰমাত্মাৰ পৰমব্ৰহ্মৰ যি নৃত্য লীলা অনাদি অনন্ত কাল চলি আহিছে, সেই লীলাৰ আভাষ মানুহক দিবৰ কাৰণে মায়াৰ দ্বাৰাই মনুষ্য দেহ ধৰি পৰমব্ৰহ্ম কৃষ্ণৰ বৃন্দাবনত গোপীসকলৰে সৈতে এই ৰাসলীলা। গোপীসকলৰ পাৰ্থিৱ দেহ, পাৰ্থিৱ পতিৰ কাষতে পৰি ৰ'ল। পাৰ্থিৱ পতিয়ে পাৰ্থিৱ শৰীৰময় পত্নীক কাষতে পাই নিশ্চিন্ত; কিন্তু গোপীসকলৰ জীৱাত্মা, মন, বুদ্ধি, চিত্ত, চিন্ময় দেহ, মনাবৃত্ত পৰমব্ৰহ্ম পতিৰ প্ৰতি, শ্ৰীকৃষ্ণৰ কাষত বৃন্দাবনত।

ৰাসলীলাত ভক্ত সাধকৰ চৰম অৱস্থা প্ৰদৰ্শন আৰু সাধন-ভজনৰ অতি গুহ্য অথচ সহজ উপদেশ প্ৰদান।

বৃন্দাবনৰ গোপীসকলে শ্ৰীকৃষ্ণক যেনেকৈ পাবৰ নিমিত্তে ব্যাকুল হৈছিল, সেইটো জ্ঞানী আৰু যোগীৰো দুৰ্লভ। তেওঁলোকে ঈশ্বৰ কৃষ্ণক পতিৰূপে পাবলৈ আকাংক্ষা কৰিছিল। কল্পতৰু ঈশ্বৰে তেওঁলোকৰ আকাংক্ষা পূৰণ কৰিলে।

ব্ৰজৰ গোপীসকলৰ ঈশ্বৰ লাভৰ বাসনা, ঈশ্বৰক সৰ্বতোভাৱে পতিৰূপে পাবৰ আকাংক্ষা বিশুদ্ধ, তীব্ৰ আৰু অবিমিশ্ৰিত। সেইবাবে ঈশ্বৰে তেওঁলোকৰ কামনা পূৰণ কৰিলে।

ৰাসলীলাত কামী পুৰুষৰ লাঞ্ছনা আৰু তিৰোতাৰ দুৰ্জন ভাব দেখুওৱাৰ নিমিত্তে এই লীলা।

"দেখাইলন্ত দুঃখ কামাতুৰ পুৰুষৰ।
স্ত্ৰীৰো দুৰ্জন ভাব শুনা আতপৰ।।

এই দৃষ্টান্তৰ যোগেদি বিষয়-বাসনাত জড়িত লোকসকলে সংসাৰ বন্ধনৰ পৰা মুক্ত হৈ পৰম আনন্দঘন মূৰ্তি স্বৰূপক লাভ কৰিবলৈ সুখৰ হ'ব বুলিয়েই ৰাসক্ৰীড়া।

'আদি দশম' আৰু 'কীৰ্তন'ৰ অন্তৰ্গত ৰাসলীলাৰ বিৱৰণবোৰো একে লক্ষণযুক্ত। গোপিকাৰ লগত কৃষ্ণৰ অবৈধ কাম-কেলিৰ বৰ্ণনা কৰাৰ পিছত শংকৰদেৱে কৈছে—

নপাৰিলা গোপীগণে মুহিবে কৃষ্ণক।
ছায়ায়ে সহিতে যেন উমলে বালক।।

উপৰৰা দৃষ্টিৰে চাবলৈ গ'লে শংকৰদেৱৰ কীৰ্তনৰ অন্তৰ্গত 'হৰমোহন' খণ্ড উগ্ৰ আদি ৰসাত্মক। ই কিছু পৰিমাণে অশ্লীলতাৰ কাষ চপা। মোহিনীবেশী বিষ্ণুৰ পিছে পিছে

কামনাজৰ্জৰ হৈ দৌৰি ফুৰা শিৱৰ বিভিন্ন অংগী-ভংগী আৰু প্ৰলাপ বাক্যবোৰ অতিশয় আদি ৰসাত্মক।

মহাপুৰুষে য'তেই শৃঙ্গাৰ ৰসৰ বৰ্ণনা দিয়ে; তাতে একোটা গূঢ় তাৎপৰ্যও সোমাই থাকে। সত্য উপলব্ধিৰ পিছত 'হৰমোহন'ৰ শিৱই ভাবিছে—

বিচাৰি চাহিলে দোষ নাহিকে আমাৰ।
যাৰ মায়া-পাশে বদ্ধসকল সংসাৰ।।
হেন হৰি মুহিলা আপুনি নাৰী হই।
আত অনুশোচ আবে কৰো কেন নুই।।

শৃংগাৰ ৰসৰ প্ৰয়োগ সম্পৰ্কে মহাপুৰুষৰ নিজা স্পষ্টীকৰণ এনে—

শৃংগাৰ ৰসে যাৰ আছে ৰতি।
আৰু শুনি থৌক নিৰ্মল মতি।।

দৈহিক কামনা-বাসনা আদিৰ প্ৰবল শক্তিৰ আগত মানুহৰ মনোবল কেনেদৰে প্ৰবল স্ৰোতৰ আগত তৃণৰ দৰে উটি যায় সেই কথাৰ ইংগিত দি তাৰ প্ৰতিকাৰৰ উপায় দিছে শংকৰদেৱে নিৰ্মল হৰি-ভক্তি।

কামভাবকো ঈশ্বৰমুখী কৰি ভগৱানক লাভ কৰাৰ উদাহৰণ স্বৰূপে ভাগৱতত থকাৰ শৃঙ্গাৰ ৰসাত্মক বৰ্ণনাসমূহ মহাপুৰুষীয়া কবিসকলে বাদ দিব নোৱাৰিলে। কাম প্ৰবৃত্তিক একেবাৰে অৱদমন কৰাটো অসম্ভৱ আৰু হানিকৰ। সেই কাম প্ৰবৃত্তিক সংশোধিত কৰি কলাত্মক কাৰ্য, প্ৰবৃত্তি কৰাৰ ব্যৱস্থা আধুনিক মনোবিজ্ঞানে দিয়াৰ দৰে ভাৰতৰ নানা প্ৰাচীন সাৰ্বনমগতি এনে ব্যৱস্থা থকাৰ কাৰণে অসমৰ মহাপুৰুষীয়া কবিসকলেও এই বিষয়ত একেবাৰে আওকাণ কৰিব নোৱাৰিলে। তেওঁলোকে মধুৰ সাধনা অনুমোদন নকৰিলেও আৰাধ্য দেৱতা বিষ্ণুৰ বা কৃষ্ণৰ লগত জড়িত প্ৰেম কথাবোৰৰ স্বকীয় দৃষ্টিভঙ্গীৰে জনসমাজত প্ৰচাৰ কৰিলে। তথাপি ওচৰচুবুৰীয়া বঙ্গত কৃষ্ণক লৈ ৰচিত শৃঙ্গাৰী সাহিত্যত কাম বিষয়ক বৰ্ণনাই চৰম সীমা পোৱাৰ সময়তো অসমৰ মহাপুৰুষীয়া কবিসকলৰ গাম্ভীৰ্যপূৰ্ণ সু-সংযত শৃঙ্গাৰ বৰ্ণনা মন কৰিবলগীয়া।

"মহাপুৰুষীয়া কবিসকলৰ এই শৃঙ্গাৰী বৰ্ণনাসমূহত সাধাৰণ লোকৰ কাম প্ৰবৃত্তি ভগৱৎমুখী কৰাৰ উপৰিও আৰু এটা তত্ত্ব প্ৰতিপাদিত হৈছে; সেয়ে হৈছে সাধাৰণ দৃষ্টিত নিম্ন খাপৰ বুলি পৰিগণিত প্ৰবৃত্তি কাম ভাবেৰেও ভগৱৎ অৰ্চন কৰি মুক্তি পাব পাৰি; তেনেস্থলত বৈৰাগ্য প্ৰধান ভক্তিৰে মুক্তি পোৱাটো সুনিশ্চিত।"

কীৰ্তনৰ 'ৰাস ক্ৰীড়াখণ্ড' দশমত বৰ্ণিত ৰাসলীলা আৰু কেলিগোপাল নাটত গোপীসকলৰ লৌকিক প্ৰেমক ভগৱৎ পৰায়ণ কৰি চৰম আধ্যাত্মিক উৎকৰ্ষ কৰাৰ উদাহৰণ দেখুওৱা হৈছে।

---

# ভক্তি ৰত্নাকৰ গ্ৰন্থৰ 'ঈশ্বৰ নিৰ্ণয় মাহাত্ম্য' খণ্ডৰ 'ঈশ্বৰৰ স্বৰূপ'

সংস্কৃত ভাষাত ৰচনা কৰা শংকৰদেৱৰ ভক্তি ৰত্নাকৰ গ্ৰন্থখন অসমীয়া ভাষালৈ অনুবাদ কৰিছে মাধৱদেৱৰ ভাগিন তথা প্ৰিয় শিষ্য ৰামচৰণ ঠাকুৰে। ইয়াৰ মাজেদি 'কৃষ্ণস্তু ভগবান স্বয়ম্' তত্ত্বকে বিভিন্ন প্ৰকাৰে প্ৰকাশ কৰিছে—ঈশ্বৰ নিৰ্ণয় মাহাত্ম্য খণ্ডত।

যিজন পৰম গতিদাতা কৃপাময় সমগ্ৰ জগতবাসীৰ তেওঁ পৰম ভজনীয় দেৱতা, যাৰ সমান দেৱতা এই সংসাৰত আন কোনো নাই, তেওঁৰেই পৰম বিখ্যাত নাম শ্ৰীকৃষ্ণ, যিজন সৰ্গ-বিসৰ্গাদি নটা লক্ষণেৰে লক্ষিত; সেইজন কৃষ্ণই একমাত্ৰ জগতৰ আশ্ৰয়-স্বৰূপ। এই সংক্ৰান্তত ব্ৰহ্মাৰ বচন প্ৰণিধানযোগ্য। তেওঁ কৃষ্ণক ঈশ্বৰ বুলি জানি নিজে ধন্য হৈ প্ৰাৰ্থনা কৰিছে—

তুমিসে কেৱলে সত্য সবে মায়াময়।
তুমি বিনে সত্য আন বস্তু নাহিকয়।।

... ... ...

মায়াৰ গুণক তুমি কৰিছা আশ্ৰয়।।
তুমিসে প্ৰকাশ প্ৰভু কৰা বহুৰূপে।
তুমি বিনে বস্তু নাই কহিলো স্বৰূপে।। (তৃতীয়স্ক স্কন্ধ, ভাগৱত)

অৰ্থাৎ তুমিহে একমাত্ৰ সঁচা, বাকী সকলো মায়াময়; তোমাৰ বাহিৰে আন কোনো সঁচা নাই। তোমাৰ এই তত্ত্ব যিজনে নাজানে, তেওঁ এই সংসাৰত বাৰম্বাৰ ঘূৰি ফুৰিব লগা হয়। তুমি মায়াৰ গুণক আশ্ৰয় কৰি নিজেই বহুৰূপে প্ৰতিভাত হোৱা। স্বৰূপাৰ্থত তুমিয়েই সকলো। তুমি যিমান শুদ্ধ সত্য অৱতাৰ ধাৰণ কৰিছা, সেই সকলোৰে কাৰণো তুমি নিজেই। তোমাৰ পদুমসদৃশ নাভিৰ পৰা মই উপজিছোঁ। গতিকে তুমিয়েই নিৰ্গুণ ব্ৰহ্ম। কেৱল ভকতসকলক অনুগ্ৰহ কৰিবৰ কাৰণে তুমি গুণশীলৰূপে ব্যক্ত হোৱা। তোমাৰ এই ৰূপকেই মই আশ্ৰয় কৰিছোঁ। জগতত যিমান প্ৰাণী-প্ৰাণ-বস্তু আছে, সকলো সৃষ্টিৰ কাৰণো তুমিয়েই। গতিকে জগততকৈ তুমি বেলেগ। তুমিয়েই কেৱল নিৰ্গুণ হৰি, পৰম আনন্দস্বৰূপ। সেয়ে তুমিয়েই উত্তম ভজনীয়। ইয়াৰ বাহিৰে তোমাৰ আন কোনো ৰূপ নাই। তুমি যে নিৰঞ্জন, এই মূৰ্তিটোহে মাত্ৰ সঁচা। গতিকে তোমাক মাথো নমস্কাৰ কৰোঁ।

ভাগৱতৰ অষ্টম স্কন্ধতো ব্ৰহ্মাদি দেৱতাসকলে মাধৱক কৈছে—হে পুৰুষোত্তম সনাতন দেৱতা। তোমাৰ সদায় চিৰন্তন ৰূপ; তোমাৰ এই ৰূপৰ পৰিমাণ নাই। যিসকলে মুক্তি পাবৰ কাৰণে—ইচ্ছা কৰে, সেইসকলে বেদমতে তন্ত্ৰ-মন্ত্ৰকে উপায় হিচাপে মানি সদায় তোমাৰ এই অপূৰ্ব শ্ৰেষ্ঠ ৰূপকেই পূজা কৰে। তোমাৰ অধীনত আমি যিমান দেৱতা আছোঁ, সকলোৱে তোমাতেই তিনিও লোক থকাটো দেখিবলৈ পাইছোঁ। তুমি বিশ্বমূৰ্তিস্বৰূপ সনাতন দেৱতা। তোমাৰ এইটো কৃপাময় ৰূপ, এই ৰূপ পৰিচ্ছিন্ন হ'লেও পৰিমাণ নাই। তুমিয়েহে জগতখনৰ আদি মধ্য আৰু অন্তত থাকা। তোমাৰ বাহিৰে আন কোনো সৎ বস্তু নাই। যেনেকৈ ঘট মাটিৰে তৈয়াৰী আৰু ঘট ভাঙিলেও পুনৰ মাটিয়েই হয়, ঠিক তেনেকৈ এই জগতৰ সৰ্বকালতে একমাত্ৰ তুমিয়েই থাকা। গতিকে তোমাৰ বাহিৰে আন কোনো সত্য নহয়।

ইটো জগতৰ তুমি আদি-মধ্য-অন্ত।
তুমি বিনে আন একো বস্তু নাহি সন্ত।।
যেন ঘট মাটি ব্যতিৰেকে আন নাই।
ঘট ভাঙিলেও মাটি হোৱে সমুদায়।
ঘটৰ পূৰ্বত মাটি থাকে নিৰন্তৰে।
সেহি মতে তুমি প্ৰভু ইটো জগতৰে।।
আদি অন্ত-মধ্যে তুমি থাকা সৰ্বদায়।
তুমি ব্যতিৰেকে আৰু সত্য আন নাই।।

দশম স্কন্ধৰ চতুৰ্দশ অধ্যায়ত ব্ৰহ্মাই পুনৰ বৃন্দাবনৰ মাজত স্তুতি কৰি কৃষ্ণকেই নিশ্চিতকৈ পৰমব্ৰহ্ম বুলি মানি কৈছে—তুমিয়েই একমাত্ৰ সত্য আত্মা। আন যিবিলাক বিকাৰী আছে, সেইবিলাক সত্য নহয়। জন্মাদি বিকাৰো তোমাৰ নাই—যিহেতু তুমি আদি কাৰণ।

পুৰাণ পুৰুষ তুমি দেৱ সনাতন।
নাহি একো বিকাৰ তোমাত নাৰায়ণ।।
যিহেতু তুমি সি পূৰ্ণ সদা সুখময়।
অক্ষয় অচ্যুত তুমি যিহেতু নিশ্চয়।।
এতেকে তোমাৰ বৃদ্ধি পৰিমাণ নাই।
নাহি ক্ষয় বিনাশ তোমাৰ সৰ্ব্বদায়।।
তুমিসি অনন্ত আত নাহিকয় ভেদ।
দেশে কালে তোমাৰ নাহিকে পৰিচ্ছেদ।।

অৰ্থাৎ তুমিয়েই আটাইতকৈ পুৰণি পুৰুষ আৰু সনাতন দেৱতা। হে নাৰায়ণ! যিহেতু তুমি বিকাৰী নোহোৱা, সেয়ে তুমি সদায় পূৰ্ণ সুখময়, অক্ষয় অচ্যুত। গতিকে তোমাৰ বৃদ্ধি আৰু পৰিমাণ নাই। তোমাৰ ক্ষয় আৰু বিনাশো কেতিয়াও নাই। তুমি অনন্ত, দেশ, কাল

কোনোতেই তুমি পৰিচ্ছিন্ন নোহোৱা। কোনো বস্তুৱে তোমাক পৰিচ্ছেদ কৰিব নোৱাৰে। তোমাৰ বাহিৰে আন কোনো পূৰ্ণ হ'ব নোৱাৰে। হে প্ৰভু! তুমি স্ব-প্ৰকাশিত, দেৱতাৰো দেৱতা, উপাধিশূন্য, নিৰঞ্জন, সত্য-নাৰায়ণ। গুৰুৰূপ তত্ত্ব, জ্ঞান চকুৰে চালে তুমিয়েহে সদায় ঈশ্বৰ বুলি বোধ হয়। হে প্ৰভু! তুমিয়েহে আত্মা নাৰায়ণ; অজ্ঞ সকলেহে তোমাক বেলেগ জ্ঞান কৰে। তেওঁলোকে নিজৰ নোহোৱা দেহকে আত্মা বুলি জ্ঞান কৰে। তুমি হিয়াত থকা সত্ত্বেও তোমাক জানিবলৈ সক্ষম নহয়। ফলত আত্মাক বাহিৰত বিচাৰি ফুৰে। হে কৃপাময়! তোমাৰ পদুম সদৃশ চৰণ দুখনিৰ এখানিমান অনুগ্ৰহ পালেহে তোমাৰ মহিমা-তত্ত্ব জানিব পাৰে। তোমাৰ চৰণৰ সঙ্গ এৰি জ্ঞানী বিচাৰিলে চিৰকালেও তোমাক পাব নোৱাৰে। গতিকে একমাত্ৰ ভকতিহে শ্ৰেষ্ঠ আৰু তোমাৰ কৃপা পোৱাৰ কাৰণে ভকতিহে কাৰণ।

শুক মুনিয়ে পৰীক্ষিত ৰজাক কৈছে—যাৰ প্ৰমাণ নাই তেওঁৱেই নিৰ্গুণ ভগৱন্ত। কৃষ্ণ গুণৰ নিয়ন্তা, অব্যয় ঈশ্বৰ। জগতক নিস্তাৰ কৰিবলৈহে তেওঁ মানুহৰূপে প্ৰকট হৈছে। কাম, ক্ৰোধ, ভয়, স্নেহ আৰু সুহৃদ আদি যিকোনোভাৱে কৃষ্ণক ভজিলে গতি-মুক্তি পোৱা যায়। হয় ভকতিৰে, নহয় সম্বন্ধ স্থাপন কৰিলে কৃষ্ণৰ ৰূপ-নিশ্চয় পোৱা যায়। হে নৃপবৰ! ইয়াত কোনো সংশয় নকৰিবা। যোগেশ্বৰসকলৰো তেওঁ ঈশ্বৰ। পৰম ঈশ্বৰ কৃষ্ণ দেৱতা ভগৱন্তই স্থাবৰ পৰ্যন্তকো গতি দিব পাৰে। কৃপাময় কৃষ্ণ জগতৰ কাৰণ আৰু নিজ মায়াৰে তেওঁ কপট মনুষ্য-ৰূপ ধাৰণ কৰিছে। জগতৰ স্থাৱৰ আৰু জঙ্গম যিবোৰ ৰূপ আছে—সকলোবোৰ কৃষ্ণৱেই। হে নৃপবৰ! কৃষ্ণৰ বাহিৰে আন কোনো নহয়। গতিকে কৃষ্ণহে পৰম দেৱতা আৰু পৰমাৰ্থ। তেওঁৰ চৰণত আশ্ৰয় ল'লে মুক্তি পোৱা যায়। সেই মুৰাৰি কৃষ্ণৰ নৌকাৰূপী চৰণত যিজনেদেহ-মন-বাক্যেৰে আশ্ৰয় লয়, তেওঁৰ কাৰণে পৃথিৱীৰূপী সাগৰখন বালকৰ খোজৰ সমান হয়। ফলত তেওঁ আৰু বিষয় ভোগ কৰিবলৈ আহিব লগা নহয় আৰু অনায়াসে পৰম্পদ বৈকুণ্ঠ লাভ কৰিব পাৰে।

একাদশ স্কন্ধত উদ্ধৱে অৱনতমস্তকে কৃষ্ণৰ আগত কৈছে—তুমি ব্ৰহ্মাদি দেৱতাসকলৰো পৰম ঈশ্বৰ। জগতৰ সকলোৰে তুমি প্ৰিয়তম। হে হৰি! বলি, প্ৰহ্লাদ আদি তোমাৰ যিমান ভক্ত আছে, সকলোকে তুমি অনুগ্ৰহ কৰিছা। ভক্তোতাসকলক তুমি সকলো অৰ্থ দিয়া। যিজনে তোমাৰ এই প্ৰসাদ গুণৰ কথা জানে, সেইজনে তোমাৰ দৰে ঈশ্বৰক ত্যাগ কৰিব নোৱাৰে। কেৱল ঐশ্বৰ্য, সম্পদ-প্ৰাপ্তিৰ বাবেহে আন দেৱতাক ভজনা কৰে আৰু সেইবোৰ পালে তোমাক পাহৰে। গতিকে সাধুসকলে সেইবোৰ নিবিচাৰে। তোমাৰ চৰণৰ ধূলি যিজনে পায়, তেওঁৰ কাৰণে কিবা পাবলৈ একো বাকী নাথাকে, সকলো পোৱা হয়। তোমাৰ অনুগ্ৰহত তেওঁ ধন্য হয়।

ইয়াৰ পিছত পিঙ্গলা বেশ্যাই কৃষ্ণৰ পদুমসদৃশ চৰণত আশ্ৰয় লৈ মনে মনে চিন্তা কৰি কৈছে—সংসাৰৰূপী কুঁৱাত যিটো জীৱ পৰি আছে, তাক দুৰ্যোৰ কাল-সৰ্পই দংশন কৰে। বিষয়ৰূপী বিষত সি পৰি থাকে। তেনে জীৱক ৰক্ষা কৰিবলৈ কৃষ্ণৰ বাহিৰে আন কোনো দেৱতা নাই কাৰণে মই কৃষ্ণত শৰণ লৈছোঁ।

চতুৰ্থ স্কন্ধৰ অষ্টম অধ্যায়ত মাতৃ সুনীতিয়ে পুত্ৰ ধ্ৰুৱক বুজাই কৈছে—কৃষ্ণৰ বাহিৰে তোমাৰ দুখ হৰণ কৰোঁতা আন কোনো দেৱতা নাই। ব্ৰহ্মাদি দেৱতাসকলে যিজনা লক্ষ্মীৰ অনুগ্ৰহ পাবৰ কাৰণে আশা কৰে, সেই লক্ষ্মীয়ে হাতত পদুম লৈ কৃষ্ণক সেৱা কৰে।

চতুৰ্থ স্কন্ধৰ একাদশ অধ্যায়ত স্বয়ম্ভু মনুৱে ধ্ৰুৱক উদ্দেশ্য কৰি কৈছে—হে ৰজা! তুমি কি কাৰণে যক্ষসকলক সংহাৰ কৰা। তুমি ভাতৃবৈৰী বুলি যক্ষৰ প্ৰতি খং কৰিছা। তোমাৰ ভাতৃবধত যক্ষ নিমিত্তহে—আচলতে হৰিয়েহে মাৰিছে। ঈশ্বৰৰ বাহিৰে কোনেও কাকো নামাৰে। ঈশ্বৰেই সকলো কৰে। যিজন কৃষ্ণ ভকতৰ কাৰণে পৰম মোক্ষস্বৰূপ, সেইজনেই অভক্তসকলৰ কাৰণে যম। সেয়ে দেহ-মন-বাক্যেৰে তেওঁত শৰণ লোৱা। ব্ৰহ্মাদি দেৱতাসকলক যাক যেনেদৰে কাম কৰিবলৈ নিৰ্দেশ দিছে, সেইমতে তেওঁলোকে কৰি আছে। গতিকে কৃষ্ণকেই সৰ্বোত্তম দেৱতা বুলি মানিবা। তেওঁৰ চৰণত সদায় সেৱা কৰি থাকিবা।

অষ্টম স্কন্ধৰ ছাব্বিশ অধ্যায়ত সত্যব্ৰত ৰজাই কৃষ্ণক স্তুতি কৰি কৈছে—কৃষ্ণই মহাগুৰু, পৰম ঈশ্বৰ। যিমান দেৱতা, গুৰু আৰু বন্ধু আছে, সেইসকলে একত্ৰিতভাৱে যিমান কৰিব পাৰে, কৃষ্ণৰ লক্ষভাগৰ এভাগো কৰিব নোৱাৰে। হে প্ৰভু নাৰায়ণ! তুমি পৰম ঈশ্বৰ। সেয়ে তোমাৰ চৰণত মই শৰণ ল'লো।

বৃহৎ নাৰদী পুৰাণত নাৰদে ঋষিসকলক উদ্দেশ্য কৰি কৈছে—মই উৰ্দ্ধবাহু কৰি সৈত্যে সৈত্যে অঙ্গীকাৰ কৰি কৈছোঁ যে কেশৱতকৈ শ্ৰেষ্ঠ দেৱতা আন কোনো নাই। তোমালোকৰ আগত মই খাটাংকৈ কৈছোঁ। হাতীৰ খোজত যেনেকৈ নানা জন্তুৰ খোজ লুকাই পৰে, ঠিক তেনেকৈ ঈশ্বৰ কৃষ্ণতেই সমগ্ৰ জগত লীন যায়।

পাণ্ডৱী-গীতাত বিদুৰে কৈছে—মই সকলো শাস্ত্ৰ বাৰম্বাৰ অধ্যয়ন কৰি অৱশেষত পাইছোঁ যে নাৰায়ণেই সদায় আৰাধ্য দেৱতা। একেখন গীতাতে ব্যাসেও কৈছে—কেশৱৰ বাহিৰে আন কোনো শ্ৰেষ্ঠ দেৱতা নাই আৰু বেদতকৈ আন কোনো শ্ৰেষ্ঠ শাস্ত্ৰ নাই। দৈৱকীৰ পুত্ৰই একমাত্ৰ শ্ৰেষ্ঠ দেৱতা আৰু সেইজন দেৱতাক সেৱা কৰাই একমাত্ৰ শ্ৰেষ্ঠ কৰ্ম। কৃষ্ণদেৱতাৰ নাম হৈছে একমাত্ৰ মন্ত্ৰ। ব্ৰহ্মাদি দেৱতাসকলৰো যিজন ঈশ্বৰ, সেই হৰি, তেওঁলোকৰো অধীন। যিজন সৰ্পৰ শয্যাত শুই থাকে, তেৱেঁই ত্ৰিজগতৰ গৰাকী, একমাত্ৰ ভগৱান। তেনে বিশ্বৰ গৰাকী কৃষ্ণক সেৱা কৰোঁ।

বৃত্ৰাসুৰৰ লগত যুদ্ধত হাৰি দেৱতাসকলে কৃষ্ণক স্তুতি কৰি এনেদৰে কৈছে—তোমাৰ কোনো খং নাই, তুমি পূৰ্ণকাম, নিজানন্দত সানন্দিতত। কোনো বিষয়ত তোমাৰ কৌতূহল নাই, অহঙ্কাৰ নাই। তুমি পৰম ঈশ্বৰ, তোমাক এৰি আন দেৱতাত শৰণ ল'লে দুখৰ সংসাৰ-সাগৰৰ পৰা ত্ৰাণ পাব নোৱাৰে।

ব্ৰহ্মা আৰু মহেশ্বৰে কৃষ্ণক স্তুতি কৰি কৈছে—এই জগতখন তুমি পালন কৰি আছা। তুমিয়েই নাৰায়ণ, তোমাতেই উপজি জীৱবোৰ লীন যায়। তোমাৰ মায়াই যাৰ জ্ঞান হেৰুৱাই পেলায়, সেইজনে তোমাক বিবিধ বুলি মানে; কিন্তু সাধুসকলে তেনেকৈ নাভাবে।

হে ভগৱন্ত! তুমি দৈৱকীৰ পুত্ৰ নোহোৱা, কাৰো পুত্ৰই নোহোৱা। সমগ্ৰ লোকৰ কল্যাণৰ বাবে তুমি অদ্ভুত ৰূপ ধাৰণ কৰা। তুমি কেৱল আত্মা স্বৰূপ আৰু অন্তৰ্যামী নাৰায়ণ। তুমি দুষ্টসকলক দমন কৰি মহন্তসকলৰ সুখ বঢ়োৱা।

দশম স্কন্ধৰ আঠত্ৰিশ অধ্যায়ত অক্ৰূৰে গোকুললৈ যাওঁতে কৈছিল—মোৰ আজি সৌভাগ্য মিলিছে। কিয়নো যি চৰণত ব্ৰহ্মাদি দেৱতাসকলে সদায় পূজা কৰে আৰু লক্ষ্মী, ভকত আৰু মহা মহা মুনিসকলেও যিজনক সদায় সেৱা কৰি থাকে, সেই ঈশ্বৰ কৃষ্ণৰ চৰণত প্ৰণাম কৰিবলৈ পাম। তেৰেঁই ভকতসকলক কৃপা কৰোঁতা, লগৰীয়াসকলৰ লগত তেৰেঁই বনে বনে গৰু চৰাই ফুৰে।' গোপীসকলৰ বুকুৰ কুঙ্কুম যিজনৰ পদুমসদৃশ চৰণত লাগি থাকে। সেই কৃষ্ণৰ চৰণে পতিতাসকলক পবিত্ৰ কৰে বাবে তীৰ্থস্বৰূপ। সেৱকসকলৰ তেওঁ কল্পতৰু বৃক্ষসদৃশ আৰু তেওঁলোকৰ মনোবাঞ্ছা পূৰণ কৰে। এই সংসাৰত কৃষ্ণৰ চৰণেই একমাত্ৰ সাৰবস্তু। সংসাৰ-কূপত যিসকল পৰি আছে, তেওঁলোককো তেওঁ উদ্ধাৰ কৰে। কৃষ্ণৰ চৰণ-ছাটিৰ আশ্ৰয় আটাইতকৈ উত্তম। তেনে চৰণ দেখিবলৈ পালেহে মোৰ জীৱন সফল হ'ব।

ষষ্ঠ স্কন্ধৰ চতুৰ্থ অধ্যায়ত দক্ষ প্ৰজাপতিয়ে কৃষ্ণক বিনয় বচনেৰে কৈছে—হে ভগবান! (মোৰ মনোৰথ পূৰণ কৰা। মূৰ্খ লোকে তোমাক বাদ দি আন দেৱতাক পূজা কৰে। আন দেৱতাক পূজা কৰিলেও তুমিয়েই সেই সেই দেৱতাৰ ৰূপ ধাৰণ কৰি যাক যেনে ফল দিব লাগে তুমিয়েই দিয়া। গতিকে তুমিহে পৰম উপাস্য ভজনীয় দেৱতা। গতিকে যিজনে কৃষ্ণক একান্তভাৱে শৰণ লয়, সেইজনে কৃষ্ণৰ অনুগ্ৰহত পৰম গতি লাভ কৰিব পাৰে। আন উপায়ে পৰম গতি পোৱাটো দুৰ্লভ।

বিভিন্ন শাস্ত্ৰত এনেদৰে ঈশ্বৰ কৃষ্ণৰ স্বৰূপ নিৰ্ণয় কৰা দেখা যায়।

# ভক্তি ৰত্নাকৰ গ্ৰন্থৰ 'সাধু সঙ্গৰ মাহাত্ম্য' খণ্ডৰ এটি আলোচনা

গ্ৰন্থখনৰ নামকৰণে সূচায় যে ই এখন ভক্তিৰূপ ৰত্নৰ আঁকৰস্বৰূপ। মহাপুৰুষ শংকৰদেৱে ভাগৱত পুৰাণক প্ৰধান কৰি অন্যান্য ভক্তি তত্ত্বসূচক গ্ৰন্থবোৰৰ পৰা শ্লোক সংগ্ৰহ কৰি সংস্কৃতত ভক্তি ৰত্নাকৰ গ্ৰন্থ ৰচনা কৰিছে। গ্ৰন্থখন ৰচনা কৰাৰ অন্তৰালত তদানীন্তন বিদগ্ধ পণ্ডিত লোকসকলক ভক্তি-পথলৈ অনাৰ উদ্দেশ্য নিহিত থকা বুলি ভাবিব পৰা যায়। সমগ্ৰ ভাগৱতখন অধ্যয়ন কৰিলে জানিব পৰা যায় যে সাধু বা সৎ সঙ্গ অবিহনে কেতিয়াও ভক্তি আৰু মুক্তি সম্ভৱ নহয়। প্ৰত্যেকটো স্কন্ধতে সৎ সঙ্গৰ মাহাত্ম্য কিমান; তাক অনুধাৱন কৰিব পাৰি। গতিকে ভক্তিৰ মুখ্য কাৰণেই হৈছে সাধুৰ সঙ্গ।

ভাগৱতৰ প্ৰথম স্কন্ধৰ অষ্টাদশ অধ্যায়ত শৌনক প্ৰভৃতি ঋষিসকলে সূতৰ আগত সাধু বা মহৎ লোকৰ সঙ্গৰ মহত্বৰ বিষয়ে উল্লেখ কৰিছে—

আতি অল্পকাল সঙ্গ মহন্তসবৰ।
স্বৰ্গ মোক্ষ তাহাৰ সমান নুহিকয়।

বিদুৰেও মৈত্ৰেয়ক প্ৰশংসাসূচক কথাৰে কৈছে—"কৃষ্ণক পোৱাৰ পথ বহুত আছে। তেওঁ দেৱতাৰো দেৱতা, জনাৰ্দন, হৰি। মহা যত্ন কৰিলে তেওঁক সদায় পাব পাৰি। তেওঁৰ প্ৰতি তপস্বীসকলৰ সেৱা তেনেই কম। হে মুনি শ্ৰেষ্ঠ! তেওঁ পৰম দুৰ্লভ বুলি জানিবা। গতিকে মই দুৰ্লভ জন্ম লাভ কৰিলো।" তৃতীয় স্কন্ধৰ সপ্তম অধ্যায়ত এই কথাখিনি পোৱা যায়।

কপিলে মাতৃ দেৱহূতিৰ আগত কৈছে—"মহন্তসকলৰ সেৱা কৰাটো ভক্তিৰ অঙ্গস্বৰূপ।" তৃতীয় স্কন্ধৰে পঁচিশ অধ্যায়ত এই কথাখিনি ব্যক্ত কৰিছে। —"হে মাতৃ মই আচল কথা কৈছোঁ শুনা। একান্তভকতসকলৰ প্ৰসঙ্গত মোৰ অনন্ত মহিমাৰ কথা ব্যক্ত হয়। উক্ত কথাই মানুহৰ কাণ আৰু মনত আনন্দ দান কৰে। সাধুসকলৰ লগত সেইজনেহে।

মই হৰিমায়া নিবৃত্তিৰ পথ। সাধুৰ মুখেৰে কোৱা মোৰ কথা শুনিলে প্ৰথমে মোৰ প্ৰতি শ্ৰদ্ধা বাঢ়ে। তাৰ পিছত মোৰ প্ৰতি ভক্তি বাঢ়ে। সদায় যদি ভকতসকলৰ সঙ্গ লাভ হয়, তেনেহ'লে তেওঁৰ মহা শ্ৰেষ্ঠতৰ লাভ হয়।"

চতুৰ্থ স্কন্ধৰ নৱম অধ্যায়ত ভগৱন্তৰ আগত ধ্ৰুৱই অতি সাদৰেৰে সাধু সঙ্গৰ মহিমাৰ বিষয়ে কৈছে—

"হে প্ৰভু অনন্ত অচ্যুত ভগৱন্ত! পৰম নিৰ্মল যিমান একান্ত ভকত আছে, তেওঁলোকে সদায় তোমাক ভক্তি কৰে। মোৰ যেন তেওঁলোকৰ লগত সদায় সুসঙ্গ লাভ হয়। ক'ব পাৰা যে মুক্তি তোমালোকে কিয় নিবিচৰা। মুক্তি কিয় বিচাৰিব নেলাগে, মই বাস্তৱিকতে কৈছোঁ। সদায় তোমাৰ ভকতসকলৰ লগত থাকি অহৰহ তোমাৰ অমৃতযুক্ত কথা পান কৰিম। তোমাৰ অমৃতযুক্ত কথা পান কৰি পৰম ব্যাকুল হ'ম আৰু অত্যন্ত সুখেৰে ভৱ সাগৰৰ পৰা পৰিত্ৰাণ পাম।"

মহেশ্বৰেও সাধুৰ মহিমাৰ কথা এনেদৰে কৈছে—"হে প্ৰভু কৃষ্ণ! যিজনে তোমাৰ চৰণত দেহ-মন-বাক্যেৰে শৰণ ল'ব, সেইজনে সংসাৰৰ সকলো ভয়ৰ পৰা হাত সাৰিব। তেওঁৰ অতিশয় লাভ হ'ব। মোক্ষকে আদি কৰি যিকেইটা পুৰুষাৰ্থ আছে, সাধু সঙ্গই সেইবোৰৰ শিৰৰ ওপৰত নাচে। মহন্ত লোকৰ আধাক্ষণমান সঙ্গ, স্বৰ্গ-প্ৰাপ্তি নাইবা মোক্ষপ্ৰাপ্তিও তাৰ সমান হ'ব নোৱাৰে। ৰাজপদ প্ৰভৃতি মানুহৰ যিমান ভোগ আছে, সেইবোৰৰ কথা নক'লেও হয়। গতিকে ভকতৰ সঙ্গ অতি লাভজনক।

ইয়াৰ পিছত পঞ্চম স্কন্ধৰ 'ভৱাটৱী' বৰ্ণনাৰ শেষ অংশত ৰজা ৰহুগণে জড়ৰ আগত কৈছে—"তোমাৰ পদুমসদৃশ চৰণৰ ধূলিত যিজনে শ্ৰদ্ধাসহকাৰে সদায় উপাসনা কৰে, তেওঁৰ যিমান পাপ থাকে, সকলো নিঃশেষ হয় আৰু কৃষ্ণৰ প্ৰতি অব্যভিচাৰিণী (অহৈতুকী, নিষ্কাম) ভক্তি হয়। মোৰ মতে ইয়াত কোনো আচৰিত হ'বলগীয়া কথা নাই। মই নিজেই এই ক্ষেত্ৰত সম্যক প্ৰমাণ পাইছোঁ। মই পৰম দুৰ্জন আৰু অবিবেকী (অজ্ঞানী)। মোৰ মনটো নানা দুষ্কাৰ্যত বন্দী (আবদ্ধ)। মাত্ৰ দুদণ্ডমান তোমাৰ লগত আলাপ হোৱাৰ লগে লগে মোৰ যিমান অজ্ঞানতা আছিল নাইকিয়া হ'ল। তোমাৰ অনুগ্ৰহত মোৰ জ্ঞান উপজিল। মহন্তসকলৰ অপাৰ মহিমাৰ কথা কি কম।

ইয়াৰ পিছত দশম স্কন্ধত ভগবান শ্ৰীকৃষ্ণই অক্ৰুৰৰ আগত কৈছে—"যিমান জলাশয়, শিলাময় তীৰ্থ আৰু দেৱতা আছে, জানিবা যে সেই সকলোবোৰ তীৰ্থ আৰু দেৱতা। তীৰ্থ আৰু দেৱতাই চিৰদিন পবিত্ৰ কৰে আৰু দৰ্শন কৰা মাত্ৰকে সাধুসকলক শুদ্ধ কৰে।"

আনহাতে একাদশ স্কন্ধত মাধৱে (শ্ৰীকৃষ্ণ) উদ্ধৱক কৈছে—"মোৰ ওচৰত সূৰ্য স্বৰূপ সন্ত উপস্থিত, বহিৰ্মুখী জ্ঞান-চকুবোৰো তেওঁৰ প্ৰত্যক্ষে উদয় হয়। তেওঁ সগুণ আৰু নিৰ্গুণ ভক্তিৰ পাৰ্থক্য বুজি পায়। যেতিয়া সূৰ্য উদয় হয়, তেতিয়া প্ৰত্যেক বস্তুই স্বকীয়ভাৱে প্ৰকাশ পায়। কেৱল ঘট-পটৰ জ্ঞান ওপজে। সেইবিলাকে মন নিৰ্মল কৰিব নোৱাৰে। গতিকে সন্তসকলেহে একমাত্ৰ দেৱতা আৰু বান্ধৱ। সন্তই আত্মা, সন্তই মই ঈশ্বৰ মাধৱ। হে উদ্ধৱ! বহুলাই কৈছোঁ শুনা। যেনেকৈ অন্নই প্ৰাণীসকলৰ জীৱন, ঠিক তেনেকৈ অতি দুখীয়াসকলৰ মধ্যে একমাত্ৰ আশ্ৰয়, তেনেকৈ পৰলোকৰ বাবে ধৰ্মই একমাত্ৰ ধন। যিজন লোকে সংসাৰৰ পৰা অতি ভয় পায়, সেইজনৰ বাবে সন্তহে তেওঁৰ জীৱন।"

একাদশ স্কন্ধৰে দ্বাদশ অধ্যায়ত যদুৰাজ ভগৱন্ত কৃষ্ণদেৱ হৰিয়ে উদ্ধৱক পৰম ৰহস্যৰ কথা যত্ন সহকাৰে শুনিবলৈ কৈছে—হে উদ্ধৱ! মই প্রতিজ্ঞা কৰি কৈছোঁ—সৎ সঙ্গৰ সমান আন কোনো ধৰ্ম নাই। যোগ, সাংখ্য, যাগ, ত্যাগ, তপ, তীর্থস্থান, নিয়ম, সংযম, ব্রত, জপ, যজ্ঞ, দান আৰু অগ্নিহোত্র আদি কৰি আন যিমান ধৰ্ম আছে সেইবোৰে মোক বাস্তৱিকতে বশ্য কৰিব নোৱাৰে, সাধু সঙ্গই যেনেদৰে বশ্য কৰিব পাৰে। এই পৰম ৰহস্যৰ কথাটো তোমাক ক'লো। বৈষ্ণৱসকলৰ কথা শুনিলে বা তেওঁলোকক দৰ্শন কৰিলে মহা মহা পাপীসকলেও শুদ্ধ হ'ব পাৰে আৰু মহন্তসকলক যদি সম্ভাষণ জনোৱা হয়, তেওঁৰ ভাগ্যৰ কথা কি ক'ম? সাধুসকলে সমাহিত উপদেশেৰে তেওঁলোকৰ মনত উদয় হোৱা সকলো সংশয় নিঃশেষ হয়। সকলো সময়তে সাধু সঙ্গ মাত্র ল'বা।"

এনেদৰে সমগ্র ভাগৱত গ্রন্থত সাধু সঙ্গৰ মহিমাৰ কথা বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে।

..............................................................................................

# ভক্তি-ৰত্নাকৰ গ্ৰন্থৰ 'মায়া-তৰণৰ উপায়' মাহাত্ম্য— এটি আলোকপাত

সংস্কৃতত ৰচিত মহাপুৰুষ শ্ৰীশংকৰদেৱৰ 'ভক্তি-ৰত্নাকৰ' নামৰ প্ৰকৰণ গ্ৰন্থখন প্ৰকৃতাৰ্থত ভক্তি-ৰূপ-ৰত্নৰ আঁকৰ স্বৰূপ। তেৰাই তদানীন্তন ভক্তি-বিৰোধী পণ্ডিত লোকসকলৰ ঈশ্বৰ-ভক্তিলৈ আকৰ্ষণ কৰিবলৈ শ্ৰীমদ্‌ভাগৱত পুৰাণক প্ৰধানকৈ আশ্ৰয় কৰি শ্ৰীমদ্‌ভাগৱত গীতা, পাণ্ডৱী-গীতা, বিষ্ণু-পুৰাণ, পদ্ম-পুৰাণ আদি পুৰাণ আৰু বৈষ্ণৱানন্দ, সাত্বত তন্ত্ৰ আদি শাস্ত্ৰৰ পৰাও কিছুমান আৱশ্যকীয় শ্লোক আনি উক্ত গ্ৰন্থখন সংস্কৃতত সংকলন কৰিছে। জীৱিত কালত মহাপুৰুষজনাই এই গ্ৰন্থখন অসমীয়ালৈ অনুবাদ নকৰিলে আৰু আনকো কৰিবলৈ পৰামৰ্শ নিদিলে। সম্ভৱতঃ বিষ্ণুপুৰী সন্ন্যাসীকৃত ভক্তি-ৰত্নাৱলী গ্ৰন্থখন মহাপুৰুষ মাধৱদেৱক অনুবাদ কৰিবলৈ দিয়াৰ পিছত উক্ত গ্ৰন্থখন অনুবাদ কৰাৰ আৱশ্যকতা অনুভৱ নকৰিলে।

মহাপুৰুষজনাৰ তিৰোধানৰ পিছত মহাপুৰুষ মাধৱদেৱে তেওঁৰ ভাগিন তথা প্ৰধান শিষ্য ৰামচৰণ ঠাকুৰক ভক্তি-ৰত্নাকৰ গ্ৰন্থখন অনুবাদ কৰিবলৈ দিয়ে। ঠাকুৰে মুঠ আঠত্ৰিশটা মাহাত্ম্যৰ পৰিবৰ্তে পঁয়ত্ৰিশটা মাহাত্ম্যৰ অনুবাদ কৰিছে—সিয়ো কোনো কোনো শ্লোক বাদ দি আৰু কোনো কোনো চমুকৈ। তথাপি ভাগৱতৰ সাৰস্বৰূপ ভক্তি-তত্ত্ব প্ৰকাশক আৰু সংসাৰ মুক্তিৰ পথ নিৰ্ণায়ক গ্ৰন্থ হিচাপে ভক্তি-ৰত্নাকৰ গ্ৰন্থই বৈষ্ণৱ-ধৰ্মী লোকসকলৰ অপৰিসীম হিত সাধন কৰিছে বুলি দ্বিধাহীনভাৱে ক'ব পৰা যায়।

ভক্তি-ৰত্নাকৰ পঞ্চত্ৰিংশ মাহাত্ম্যত 'মায়া-তৰণৰ উপায়' মাহাত্ম্যত 'মায়া-তৰণৰ উপায়' নিৰূপণ কৰিছে। প্ৰকৃততে মায়ানো কি, কেনেকৈ এই শক্তিয়ে পৰমব্ৰহ্ম-প্ৰাপ্তিত বাধাৰ সৃষ্টি কৰে—সেই বিষয়ে জনা আৱশ্যক।

শংকৰাচাৰ্যৰ অদ্বৈতবাদ মতে—মায়া ব্ৰহ্মৰ এটা অবিচ্ছেদ্য শক্তি। এই শক্তি তেওঁ, তেওঁৰ পৰাই সৃষ্টি কৰিছে। এই শক্তিৰ সহায়ত ব্ৰহ্মই জগত সৃষ্টি কৰিছে। মায়াৰ দুটা শক্তি—আৱৰণ আৰু বিক্ষেপণ। আৱৰণ শক্তিৰে মায়াই সত্য-বস্তু (ব্ৰহ্ম) লুকাই ৰাখে আৰু বিক্ষেপণৰ দ্বাৰা অসত্য-বস্তু (দৃশ্যমানজগত) প্ৰতীয়মান কৰে।

প্ৰথমে ভাগৱতৰ চতুৰ্থ স্কন্ধৰ 'পুৰঞ্জন উপাখ্যান'ত নৃপতি (প্ৰজাপতি) প্ৰাচীন বৰ্হিৰ

আগত মহা ভাগৱত নাৰদে ব্যক্ত কৰিছে যে দৈৱৰ কাৰণেহে মানুহে সুখ-দুঃখ পায়। মানুহৰ ভাগ্যত যিটো কৰ্মফল আছে—সেইটোহে মানুহে লাভ কৰিব পাৰে। এই সংসাৰৰ মানুহৰ তিনি প্ৰকাৰৰ দুঃখ আছে। তাৰ ভিতৰত এবিধ দুঃখ সদায় থাকেই। এই দুঃখৰ প্ৰতিকাৰ কৰিবলৈ যাওঁতে পুনঃ দুঃখহে পায়। যাৰ ফলত মানুহে বাৰম্বাৰ দুঃখ পাই সংসাৰ বন্ধনত আবদ্ধ হ'ব লগাত পৰে। এই সংসাৰ বন্ধনো মনৰ পৰাই উদ্ভৱ হয়। নাৰদে সংসাৰ তৰণ তথা নিবৃত্তিৰ উপায় এনেদৰে দিছে—

জীৱৰ সংসাৰ আসি হোৱে অজ্ঞানত।
পাৱে জীৱে সংসাৰৰ দুঃখ নানামত।।
গুৰু-ৰূপ বাসুদেৱে ভকতি মাত্ৰকে।
সংসাৰ-উচ্ছেদ আসি হোৱয় এতেকে।।

অৰ্থাৎ—অজ্ঞানতাৰ কাৰণেহে জীৱই সংসাৰলৈ আহি নানা ধৰণৰ দুঃখ পাব লগা হয়। কিন্তু গুৰু-ৰূপ বাসুদেৱ তথা শ্ৰীকৃষ্ণক একান্তমনে ভকতি কৰা মাত্ৰকে সংসাৰ-বন্ধন ছেদ হয়।

নাৰদে পুনৰ নৃপতিক কৈছে যে তুমি মোক ক'ব পৰা যে বৈৰাগ্য-পূৰ্বক জ্ঞানৰ দ্বাৰা দুৰ্ঘোৰ সংসাৰৰ পৰা পৰিত্ৰাণ পাব পৰা যায়। কিন্তু সেইটো হ'ব নোৱাৰে। কেৱল ভকতিৰ দ্বাৰাহে পৰিত্ৰাণ পাব পাৰি। এই বিষয়ে পুনৰ নাৰদে কৈছে—বাসুদেৱ ঈশ্বৰত ভকতি কৰোঁতে আপোনা-আপুনি জ্ঞান-ৰূপ-ভকতি ওপজে। গতিকে সংসাৰ নিবৃত্তিৰ উপায় কেৱল ভকতি। পদত এনে ধৰণে উল্লেখ আছে—

বাসুদেৱ ঈশ্বৰত কৰন্তে ভকতি।
উপজে আপুনি আসি জ্ঞান বিৰকতি।।
এতেকে সংসাৰ নিবৰ্ত্তয় ভকতিত।
এহিমানে মুখ্য সৰ্ব্ব শাস্ত্ৰৰ নিৰ্ণীত।।

লগতে মাধৱৰ প্ৰতি ভকতি কেনেকৈ হয়, তাকো কৈছে। অচ্যুত কৃষ্ণৰ কথা শ্ৰদ্ধাসহকাৰে যিজনে শুনে আৰু কীৰ্তন কৰে—তেওঁৰ ভকতিৰ ভাব সহজে উদয় হয় আৰু মহা ভকতিৰ আনন্দ লাভ কৰিবলৈ তেওঁ সমৰ্থ হয়। আকৌ ক'ত থাকি এই কাৰ্য সমাপন কৰা উচিত—তাৰ উত্তৰত নাৰদে কৈছে যে যি ঠাইত নিৰ্মল হৃদয়ৰ সাধু-মহন্তসকল থাকে—তাতেই সদায় হৰিৰ কথা শ্ৰৱণ আৰু কীৰ্তন কৰিব লাগে। লগতে নাৰদে সাধুসকলৰ লক্ষণ সম্বন্ধেও এনেদৰে ব্যক্ত কৰিছে—

মাধৱৰ গুণ-কথা শ্ৰৱণ কৰিতে।
ভৈলা যাৰ সদায় সন্তোষ অতি চিত্তে।।
পৰম মহন্ত তাৰা জানিবা নৃপতি।
তাসম্বাৰ সঙ্গতেসে হোৱয় ভকতি।।

মাধব-শ্ৰীকৃষ্ণৰ গুণ আৰু কথা শুনাৰ পাছত যাৰ মনত বা অন্তৰত সন্তোষ ওপজে হে ৰজা! জানিবা তেওঁ পৰম মহন্ত। তেওঁৰ সঙ্গত থাকিলেহে ভকতি হয়। আনহাতে, মহন্তৰ সঙ্গ নলৈ নিজে হৰি কথা চিন্তা কৰিলে তেওঁৰ কেতিয়াও ভকতি উদ্ৰেক নহয়। মহন্তসকলৰ লগত হৰি কথা শুনিলে ভোক-পিয়াহ আদিয়ে ছুব নোৱাৰে। কিয়নো, ক্ষুধা-তৃষ্ণা-শোক-মোহ-মহাভয় আদিয়ে সকলোকে সহজে পীড়া বা যাতনা দিয়ে। গতিকে ভকতি লাভৰ পথত এইবোৰ অন্তৰায় স্বৰূপ। আনহাতে, অকলে ভকতি কৰিলে এলাহ আদিয়ে আগচি ধৰে। ফলত ভকতিৰ পৰমানন্দ লাভ কৰিব নোৱাৰে। সেয়ে ভকতি লাভৰ উপায় হৈছে—

> কৈলো সাধু-সঙ্গ বিনে ভকতি নোহয়।।
> সাধু-সঙ্গ লইয়া যিটো কৰয় ভকতি।
> মাধবৰ অনুগ্ৰহ হোৱে তাক প্ৰতি।।
> জ্ঞান-বিৰকতি আসি উপজয় তাৰ।
> মায়াময়-সংসাৰক সুখে হোৱে পাৰ।।

সাধুৰ সঙ্গত থাকি ভকতি কৰিলে জ্ঞান-বিৰকতি উপজিব আৰু মাধবৰ অনুগ্ৰহ লাভ কৰি মায়াময় সংসাৰৰ পৰা সুখেৰে পাৰ হ'ব পাৰিব।

আনকি ব্ৰহ্মা, মহাদেৱ, মনু, সনকাদি সিদ্ধ আৰু ঋষি-মুনিসকলেও তপ-বিদ্যা, সমাধি-উপাধিৰে ঈশ্বৰৰ দৰ্শন পাব নোৱাৰে। তাৰ কাৰণ হ'ল—তেওঁলোকে বহু অৰ্থ কৰা বেদৰ পাৰ নাপায়, ফলত নানা মন্ত্ৰৰে দেৱতা-নিৰূপণ আৰু কৰ্ম কৰি সদায় দেৱতাক ভজনা কৰে বাবে ঈশ্বৰক জানিব নোৱাৰে আৰু কৰ্মাদিৰ যোগেদিও সংসাৰ-ত্ৰাণ পাব নোৱাৰে।

যিজনে হৰিক সৰ্বময় কৰ্তা বুলি সদায় যত্নসহকাৰে মনেৰে ভাবে, তেওঁক হৰিয়ে অনুগ্ৰহ কৰে। তাৰ ফলত তেওঁ লৌকিক আৰু বৈদিক উভয় কৰ্মকে ত্যাগ কৰিব পাৰে আৰু তেওঁৰ কৃষ্ণৰ প্ৰতি একান্তিকা ভকতি ওপজে—

> ঈশ্বৰক সৰ্ব্বকৰ্তা বুলি যিটো জন।।
> মনত ভাবয় যত্ন কৰি সৰ্ব্বক্ষণ।
> তেবে তাক অনুগ্ৰহ কৰা নাৰায়ণ।।
> তেজয় সকল কৰ্ম্ম লৌকিক বৈদিক।
> কৃষ্ণত ভকতি আতি হোৱে ঐকান্তিক।।

দ্বিতীয় স্কন্ধ ভাগৱতৰ সপ্তম অধ্যায়ত ব্ৰহ্মাই কৈছে যে কৃষ্ণক জানিলে তেওঁৰ কৃপা লাভ কৰি সংসাৰৰ মায়াৰ পৰা ত্ৰাণ পোৱা যায়। ভগৱন্ত মাধৱৰ অভয় চৰণত যিজনে দেহ-মন-বাক্যেৰে শৰণ লয়, ঈশ্বৰ-মাধৱে তেওঁক দয়া কৰে, যাৰ ফলত তেওঁ দুৰ্ঘোৰ ঈশ্বৰৰ মায়াৰ কবলৰ পৰা মুক্ত হ'ব পাৰে। তেতিয়া কুকুৰ শিয়ালে খোৱা বিনাশী দেহৰ পৰা অহঙ্কাৰ-মমকাৰ আদি বদ গুণবোৰ তল পৰাৰ ফলত ঈশ্বৰ-কৃষ্ণৰ স্বৰূপ বুজিব পাৰে

আৰু তেতিয়া অনায়াসে দুঃখময় সংসাৰৰ পৰা ত্ৰাণ পাব পাৰে।

তবে সংসাৰৰ মায়া কৃষ্ণৰ কৃপায়ে।।
ভগৱন্ত মাধৱৰ অভয় চৰণে।
কৰিলে আশ্ৰয় যিটো কায়-বাক্য-মনে।।
ঈশ্বৰ মাধৱে তেবে কৰে তাক দায়া।।
তৰয় দুঃৰ্ঘোৰ সিটো ঈশ্বৰৰ মায়া।।

ব্ৰহ্মাই পুনৰ কৈছে যে সৎ সঙ্গত থাকিলেহে মায়া-নিৰ্যাণ হয়। ঈশ্বৰ কৃষ্ণৰ মহা অদ্ভুত চৰিত্ৰ। তেওঁৰ নাম শুনাৰ লগে লগে পাপীও মুক্তি পায়।

তৰয় মায়াক সবে সঙ্গত সম্ভৱ।।
ঈশ্বৰ কৃষ্ণৰ মহা চৰিত্ৰ অদ্ভুত।
শ্ৰৱণ মাত্ৰকে হোৱে পাপীও মুকুত।।

সৎ মহন্তৰ লগত থাকি যিসকল লোকে শুদ্ধ জ্ঞান-শিক্ষা লাভ কৰিব পাৰে, তেওঁলোকেহে ঈশ্বৰৰ মায়াজ্ঞান সম্বন্ধে জানিব পাৰে আৰু সংসাৰ তৰিব পাৰে। আনকি আন পশু-পক্ষী, পাপী জীৱয়ো সৎ সঙ্গত থাকিলে মায়ামুক্ত হ'ব পাৰে।

সপ্তম স্কন্ধ ভাগৱতত প্ৰহ্লাদে নৃ-সিংহৰ আগত অৱনত মস্তকে কৈছে যে তেওঁৰ দাস হ'ব পাৰিলেহে, তেওঁৰ (প্ৰহ্লাদৰ) পূৰ্বৰ দুঃখবোৰ নাইকিয়া হ'ব। জগতৰ আটাইতকৈ প্ৰিয়তম তুমিয়েহে আৰু তোমাৰ লীলাৰ কথা ব্ৰহ্মায়ো কৈছে। তোমাৰ লীলাৰ কথা তোমাৰ ভকতৰ সঙ্গত থাকি সদায় পৰম আনন্দেৰে কীৰ্তন কৰিম। তেতিয়া মোৰ ৰাগাদি যিমান বদগুণ আছে সেইবোৰ নাথাকিব আৰু অনায়াসে দুঃখবোৰৰ পৰা অব্যাহতি পাম আৰু তেতিয়াহে তুমি কৃপাময়ে মোক কৃপা কৰিবা।

তৃতীয়ত মৈত্ৰেয়ে বিদুৰক কৈছে—যাৰ যেনে মন যায়, তেনেদৰে কৃষ্ণৰ গুণানুকীৰ্তন কৰিলে, যাৰ যিমান শক্তি আছে তদনুসাৰে কৃষ্ণৰ কথা শুনিলে নিশ্চয় সংসাৰৰ পৰা মুক্ত হ'ব পাৰে।

আনহাতে বিদুৰেও মৈত্ৰেয়ক এনেদৰে ক'ব বিচাৰিছে যে ভকতসকলৰ কাৰণে কৃষ্ণ মুক্ত। তেওঁলোকে কৃষ্ণৰ গুণ আৰু কথা সদায় কীৰ্তন কৰে। যি কাণেৰে কৃষ্ণৰ কথা সদায় শুনা যায়—কাণৰো একান্ত লাভ হয়।

ইয়াৰ পিছত মৈত্ৰেয়ে বিদুৰৰ আগত কোৱা সকলো কথা, সকলো মানুহৰ আগত নিশ্চিতভাৱে ব্যক্ত কৰিব বিচাৰিছে—যাতে মানুহে মাধৱৰ চৰণত একমাত্ৰ সৰণ ল'ব পাৰে আৰু তেওঁৰ (ঈশ্বৰৰ) লীলাৰ কথা যিমান আছে, মহন্তসকলৰ সঙ্গত থাকি মাত্ৰ শ্ৰৱণ আৰু কীৰ্তন সদায় কৰিব লাগে। তেতিয়াহে ঈশ্বৰ মাধৱে দয়া কৰিব। তাৰ ফলস্বৰূপে ঈশ্বৰৰ ঘোৰ মায়াৰ পৰাহে অনায়াসে ত্ৰাণ পাব।

লৈয়ো এক শৰণ-চৰণে মাধৱৰ।।
তানে লীলা কথা যত মহন্ত সঙ্গত।
শ্ৰৱণ-কীৰ্তন মাত্ৰ কৰিব সতত।।
ঈশ্বৰ মাধৱে তেৱে কৰিবন্ত দায়া।
অনায়াসে তৰে ঘোৰ ঈশ্বৰৰ মায়া।।

সামৰণিত 'মায়া-তৰণৰ উপায়' মাহাত্ম্যত এইটোৱে সাৰ কথা হৈছে—ভাগৱতৰ সৎসঙ্গ আৰু গীতাৰ এক শৰণত নিমজ্জিত হ'লে আৰু সাধু-মহন্তৰ সঙ্গত থাকি অবিৰাম কৃষ্ণ-মাধৱৰ গুণানুকীৰ্তন কৰিলে মায়াৰ কবলৰ পৰা মুক্ত হৈ সংসাৰ-ত্ৰাণ হ'ব পাৰি।

.....................................

# ভক্তি ৰত্নাকৰ গ্ৰন্থৰ 'গুৰু-সেৱা মাহাত্ম্য' খণ্ডৰ এটি আলোকপাত

মহাপুৰুষ শংকৰদেৱে ভক্তি ৰত্নাকৰ প্ৰকৰণ গ্ৰন্থৰ আৰম্ভণিতে 'গুৰু-সেৱা মাহাত্ম্য প্ৰকৰণেৰে আৰম্ভ কৰিছে। গুৰুৰ উপদেশ সকলো কামতে লাগে। সাধাৰণ বা সামান্য বিদ্যা, গুৰু উপদেশৰ যোগেদি নহয়। গতিকে গুৰুক সেৱা কৰিলে মহাধৰ্ম হয়। গুৰুসেৱা ধৰ্মনো কেনে ধৰণৰ দশম স্কন্ধৰ আশী অধ্যায়ত (ভাগৱতৰ) ভালদৰে আছে। সখীয়েক বিপ্ৰ দামোদৰৰ আগত মাধৱে (শ্ৰীকৃষ্ণ) কৈছে—হে সাধু সখি! শুনা, ভক্তি-জ্ঞান দান কৰোঁতা গুৰু অতিশয় পূজনীয়। মই তিনি শ্ৰেণীৰ গুৰুৰ বিষয়ে কৈছোঁ—শুনা।

সংসাৰত যাৰ পৰা জন্ম লাভ কৰা হয় সেইজনেই উত্তম পূজনীয়—আদি গুৰু। আন যিসকল পূজনীয় আছে, তাৰ ভিতৰত সকলোতকৈ বেছি পূজনীয় পিতৃ—প্ৰথম গুৰু।

দ্বিতীয়জন গুৰু হ'ল—ব্ৰাহ্মণবিলাকৰ ভিতৰত যিজন উত্তম, সাধু আৰু শুদ্ধ ব্ৰাহ্মণ। তেওঁ পৰম বেদজ্ঞ আৰু মহা সৎ কৰ্ম কৰোঁতা। তেওঁ যজ্ঞ সূত্ৰৰে বেদভ্যাস কৰে। সেই কাৰণে এওঁক দ্বিতীয় গুৰু বুলি কোৱা হয়। মই যেনে পূজনীয়, উত্তমোত্তম ঈশ্বৰ, সেইদৰে তেৰোঁ তেনে পূজনীয়। তেওঁ জ্ঞানদাতা পিতৃতকৈও অতি শ্ৰেষ্ঠ।

তৃতীয়জন গুৰুৰ কথা কৈছোঁ—কাণপাতি শুনা। সকলো আশ্ৰমীয়ে ঈশ্বৰ-জ্ঞানৰ কথা কয়, —যিজনে ভক্তি-পথৰ বিষয়ে উপদেশ দিয়ে। তেওঁক সেৱা কৰিলে, সেইজনে (সেৱা কৰোঁতাই) সংসাৰৰ পৰা পৰিত্ৰাণ পায়। এতেকে সেইজনক নৰৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ বুদ্ধিমান বুলি ক'ব পাৰি। এই জগতত তেওঁৰ সমান আন কোনো হ'ব নোৱাৰে। তোমাক মই পুংখানুপুংখভাৱে বুজাই কওঁ যে—ভক্তি-জ্ঞানদাতা গুৰুৰ বাহিৰে আন কোনো পূজনীয় নাই।

এতিয়া তোমাক ইয়াকে ক'ব বিচাৰিছোঁ—তুমি একান্তমনে শুনা। যত্ন সহকাৰে ধৰ্ম পালন কৰি যদি মোক আৰাধনা কৰে, তেনেহ'লে তাতকৈ আন শ্ৰেষ্ঠ ধৰ্ম নাই। সংসাৰত যিমান ধৰ্ম আছে, তাৰ ভিতৰত গুৰুসেৱাই প্ৰধান।

গৃহাশ্ৰমী, ব্ৰহ্মচাৰী, বানপ্ৰস্থী, সন্ন্যাসীসকলে যাৰ যি ধৰ্ম শুদ্ধভাৱে আচৰণ কৰে, সেইবোৰ ধৰ্মত তেনেদৰে মই তুষ্ট নহওঁ, যেনেকৈ গুৰুক ভজনা কৰিলে তুষ্ট হওঁ। যদিও মই সকলোৰে আত্মা-অন্তৰ্যামী, তথাপি মই গুৰু-সেৱাতহে তুষ্ট হওঁ। গুৰু-সেৱা মহাধৰ্মৰ

কথা কোৱা হ'ল। এতিয়া গুৰুৰ নিৰ্ণয়ৰ বিষয়ে কওঁ শুনা।

একাদশ স্কন্ধৰ তৃতীয় অধ্যায়ত শাস্ত্ৰ-সম্মত গুৰু কাক বোলে—তাক কোৱা আছে। প্ৰবুদ্ধ সিদ্ধই নিমি ৰজাৰ আগত কৈছে—হে মহাৰাজ! শুনা—যিজনে নিজৰ মঙ্গল কামনা কৰে, তেওঁ উত্তম গুৰুৰ চৰণত ভক্তি কৰা উচিত। তেতিয়াহে তেওঁ সংসাৰৰ দুৰ্গতিৰ পৰা হাত সাৰিব পাৰিব। উত্তম গুৰুৱে বেদৰ সকলো ৰহস্য-তত্ত্বৰ কথা জানে আৰু ভক্তিৰ বলত কৃষ্ণৰো সাক্ষাৎ লাভ কৰিব পাৰে। গতিকে এওঁহে উত্তম গুৰু। এওঁৰ উপদেশতহে মন শুদ্ধ হয়। ফলত কৃষ্ণৰ প্ৰতি ভক্তি ওপজা কাৰণে সংসাৰৰ পৰা ত্ৰাণ পাব পাৰে। এওঁতকৈ এই সংসাৰত আন কোনো শ্ৰেষ্ঠ গুৰু নাই।

এজনে হয়তো শাস্ত্ৰৰ কথা জানে, কিন্তু ভকত নহয়, তেওঁৰ উপদেশতো মানুহৰ জ্ঞান লাভ নহয়। যদিও তেওঁ ভকত, অথচ শাস্ত্ৰৰ কথা নাজানে, তেওঁৱে শিষ্যৰ সংশয় ছেদ কৰিব নোৱাৰে। গতিকে, উত্তম গুৰুৰ আশ্ৰয়ত কৃষ্ণক ভক্তি কৰিলে সংসাৰৰ পৰা হাত সাৰিব পাৰি।

পঞ্চম স্কন্ধত বহুগুণৰ প্ৰতি ভৰতৰ যি বাক্য, তাক পুনঃ ক'বলৈ বিচাৰিছোঁ শুনা।

পৰম দুৰ্জেয় মন-শত্ৰু সদায় বাঢ়ি থাকে আৰু ই আত্মাৰূপী ঈশ্বৰক অতিশয় ছলনা কৰে। গুৰু-ৰূপ হৰিৰ চৰণ-ৰূপী অস্ত্ৰ ধাৰণ কৰি সাৱধানে মন-বৈৰীক ছেদ কৰিব লাগে। গুৰু-সেৱাৰ বাহিৰে আন যিমান উপায় আছে, তাৰ দ্বাৰাই দুৰ্জেয় মনক জয় কৰিব নোৱাৰি। হেন জানি, গুৰু পদ সেৱাকে একমাত্ৰ সাৰ কৰি হৰিভক্তি কৰি সংসাৰ-ত্ৰাণ হোৱা।

ভক্তি ৰত্নাকৰ গ্ৰন্থত মহাপুৰুষজনাই গুৰু সেৱাৰ মাহাত্ম্যৰ কথা সম্যকভাৱে ব্যক্ত কৰিছে।

---

# মহাপুৰুষ মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থৰ ৰচক আৰু ৰচনাৰ এটি চমু আলোচনা

গীতা, ভাগৱত, কীৰ্তন, নামঘোষা আৰু ভক্তি ৰত্নাৱলী—এইকেইখন গ্ৰন্থ বৈষ্ণৱসকলৰ প্ৰধান গ্ৰন্থ। অসমীয়া বৈষ্ণৱ সমাজত বিশেষকৈ কীৰ্তন, দশম, নামঘোষা আৰু ভক্তি ৰত্নাৱলীয়ে অভূতপূৰ্ব স্থান লাভ কৰি আহিছে।

ভক্তি ৰত্নাৱলী নামটোৱেই গ্ৰন্থখনৰ বিষয়বস্তু ৰচনাৰ উদ্দেশ্য আৰু তাৎপৰ্যৰ ইঙ্গিত দিয়ে। ভক্তি ধৰ্ম আৰু ভক্তি তত্ত্বৰ বহুমূলীয়া আৰু দুৰ্লভ সম্পদবোৰ সহজ-সৰল আৰু সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ ফুলৰ মালাৰ দৰে যথোপযুক্ত স্থানত সন্নিবিষ্ট কৰাত ভক্ত হৃদয়ত বিমল আনন্দৰ সোঁত বোৱায় আৰু গ্ৰন্থ ৰচোঁতাই ইয়াৰ যোগেদি মানৱৰ পূৰ্ণ জীৱন আৰু দিব্য জীৱন লাভৰ চিৰন্তন সুযোগ দিবলৈ সক্ষম হৈছে।

**মূলগ্ৰন্থ ৰচনা প্ৰসঙ্গ—**

এই গ্ৰন্থৰ পোন প্ৰথম ৰচক আছিল সাধক শ্ৰীবিষ্ণুপুৰী স্বামী বা সন্ন্যাসী। মূল গ্ৰন্থ কৰ্তাৰ আদি নাম আছিল বিষ্ণু শৰ্মা। সন্ন্যাস আশ্ৰম গ্ৰহণ কৰাৰ পাছত 'পুৰী' এই উপাধি লাভ কৰাৰ পিছৰ পৰা বিষ্ণু শৰ্মাই বিষ্ণুপুৰী গোস্বামী অথবা বিষ্ণুপুৰী সন্ন্যাসী নামে জনাজাত হৈ পৰিল। এই 'পুৰী' উপাধিটো জগৎগুৰু শ্ৰীমদ শঙ্কৰাচাৰ্য সম্প্ৰদায়ৰ 'দশ নামী' শাখাৰ ভাৰতী, পুৰী, গিৰি, ভাৰতী তীৰ্থ, অৰণ্য আদি উপাধিৰ অন্তৰ্ভুক্ত। 'ভক্তমাল' গ্ৰন্থই শ্ৰীপাদ বিষ্ণুপুৰীৰ 'পুৰী' উপাধিটোও এইদৰে প্ৰদান কৰিছে বুলি প্ৰকাশ কৰিছে।

বিষ্ণু শৰ্মাৰ জন্মস্থান আছিল মিথিলাৰ (বৰ্তমান উত্তৰ বিহাৰ) 'তৰৌণী' গ্ৰামত। ভক্তি ৰত্নাৱলী গ্ৰন্থৰ সৰ্বশেষত তৈৰভুক্ত সন্ন্যাসী বা তৈৰভুক্ত পৰমহংস হিচাপে যি আত্ম পৰিচয় পোৱা যায় তাৰ পৰা এওঁৰ জন্মভূমি 'ত্ৰিহুত' বুলি জনা গৈছে। সেই সময়ত ত্ৰিহুতক 'তীৰ ভুক্তি'ও বোলা হৈছিল আৰু সেই কাৰণে বিষ্ণুপুৰীৰ পৰিচয় তৈৰভুক্ত সন্ন্যাসী হিচাপে পোৱা যায়। বিষ্ণু শৰ্মা জাত বংশৰ নাম 'কৰমহ'। সন্ন্যাস গ্ৰহণৰ পূৰ্বত বিষ্ণু শৰ্মা আছিল এজন নৈষ্ঠিক গৃহী ব্ৰাহ্মণ। বেদাদি ভক্তিমূলক গ্ৰন্থত তেওঁৰ যথেষ্ট জ্ঞান আছিল। নিত্য-নৈমিত্তিক ক্ৰিয়া-কৰ্মৰ যোগেদি কৌলীন্য মৰ্যাদা ৰক্ষা কৰি গাৰ্হস্থ্য-ধৰ্ম পালন কৰিছিল। পত্নীৰ নিদাৰুণ দুৰ্বাক্যৰ প্ৰয়োগ স্ত্ৰী-পুত্ৰ আৰু গৃহৰ মমতা ত্যাগ কৰি গাৰ্হস্থ্য ধৰ্ম বিসৰ্জন দি সৰ্বশেষত সন্ন্যাস ধৰ্ম গ্ৰহণ কৰিলে। নানা ঠাই পৰ্যটনৰ পিছত মিথিলাৰ বিন্দু

...ৰোবৰত উপস্থিত হৈছিল। বিন্দু সৰোবৰ শিলানাথ মহাদেৱৰ অধিষ্ঠান ক্ষেত্ৰ। ইয়াত বিষ্ণু শৰ্মাই সংযমসহ শিবাৰাধনাত ব্ৰতী হৈছিল। ব্ৰতৰ ফল লাভ স্বৰূপে স্বপ্নত ব্ৰাহ্মণ ৰূপত শিবৰ দৰ্শন হৈছিল আৰু মন্ত্ৰৰাজ 'দ্বাদশাক্ষৰ বিষ্ণুমন্ত্ৰ' লাভ হৈছিল। একেটা স্বপ্নতে তেওঁ দ্বিতীয়বাৰ সংসাৰী হোৱাৰ সঙ্কেত পাই অন্তিমত ভগৱত ভক্তি প্ৰেমামৃত নদী-প্ৰবাহত অগণন জীৱৰ কল্যাণ সাধন কৰাটোও তেওঁ জানিব পাৰিছিল।

কোনো এক শিৱৰাত্ৰি ব্ৰতৰ দিনত বিষ্ণুপুৰী গোস্বামীৰ স্ব-গ্ৰামলৈ প্ৰত্যাৱৰ্তন হৈছিল। গাঁওবাসীৰ কৌশলক্ৰমে নিজ গাঁৱলৈ উভতি আহিলেও তেওঁ পুনঃ পূৰ্বৰ গৃহত প্ৰৱেশ কৰা নাছিল। কিন্তু কিছুদিন পিছত পুনৰ্বাৰ দ্বিতীয় বিবাহ কৰিছিল আৰু এক নতুন সংসাৰ পাতিছিল। আগৰবাৰৰ দৰে এইবাৰো কেবাটাও সন্তানৰ পিতৃ হোৱাৰ পিছত যথা সময়ত তেওঁ দ্বিতীয়া পত্নীৰ সৈতে পুৰুষোত্তম ক্ষেত্ৰ বা বৰ্তমানৰ পুৰীক্ষেত্ৰলৈ যাত্ৰা কৰিছিল। পুৰীক্ষেত্ৰত কিছুদিন বাস কৰাৰ পিছত তেওঁ ভাগৱত প্ৰেমামৃত-সমুদ্ৰৰ পৰা এই 'ভক্তি ৰত্নাৱলী' গ্ৰন্থখন উদ্ধাৰ কৰিছিল। কথিত আছে যে এই গ্ৰন্থখন এবাৰ শ্ৰীজগন্নাথ দেৱক সম্পূৰ্ণকৈ পঢ়ি শুনাই তেওঁৰ মনে যথাৰ্থ শান্তি লাভ কৰিছিল। ইয়াৰ পাছত তেওঁ কাশীধাম ক্ষেত্ৰত বাস কৰা বুলি কথিত আছিল।

**মূল গ্ৰন্থ পৰিচয় আৰু ইয়াৰ ৰচনাকাল—**

মূল সংস্কৃত ভক্তি ৰত্নাৱলী গ্ৰন্থৰ সমস্ত শ্লোকেই শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ পৰা সংগৃহীত। পুৰী গোস্বামীৰ স্ব-ৰচিত শ্লোক যদিও প্ৰায় নাই বুলি কোৱা হয়, তথাপি গ্ৰন্থৰ মঙ্গলাচৰণৰ পিছৰ চাৰিটা শ্লোক আৰু গ্ৰন্থৰ সমাপ্তিৰ চাৰিটা শ্লোক পুৰী সন্ন্যাসীৰ স্ব-ৰচিত বুলি মন্তব্য কৰা দেখা যায়। পুৰী সন্ন্যাসীৰ স্ব-ৰচিত শ্লোককেইটাও অতি মধুৰ, ভাব গম্ভীৰ আৰু ৰচনা ৰীতিও শ্ৰীমদ্ভাগৱতৰ শ্লোকৰ পৰা বিশেষ পৃথক নহয়। এইকেইটা শ্লোকৰ বাহিৰেও 'হৰি-ভক্তি সুধোদয়'ৰ পৰা দুটা আৰু আন কোনো পুৰাণৰ পৰা চাৰিটা শ্লোক উদ্ধৃত কৰা হৈছে বুলি মন্তব্য কৰিছে।

এই গ্ৰন্থৰ ৰচনাকাল সম্বন্ধে কোনো পণ্ডিতৰে স্পষ্ট ধাৰণা থকা উমান পোৱা নাযায়। ই এতিয়াও তৰ্ক আৰু সন্দেহৰ বিষয় হৈ আছে। তথাপি যিমানদূৰ সম্ভৱ পণ্ডিতসকলৰ মতামত ইয়াত সন্নিবিষ্ট কৰা হ'ল।

শ্ৰীবলাইচাঁদ গোস্বামী আৰু শ্ৰীঅতুল কৃষ্ণ গোস্বামীয়ে সংস্কৃত গ্ৰন্থৰ সম্পাদকীয় বক্তব্যত উল্লেখ কৰিছে যে, ১১৫০ শকৰ পৰা ১২০০ শকৰ মধ্যৱৰ্তী কোনো সময়ত এই গ্ৰন্থ সঙ্কলন কৰা হৈছিল।

আকৌ বহুতে অনুমান কৰে যে, যিহেতু গ্ৰন্থৰ শেষত তলত উল্লেখ কৰা উদ্ধৃতিৰ ধৰণে দুটা অতিৰিক্ত শ্লোক পোৱা যায়; গতিকে সেই শ্লোক দুটাৰ অৰ্থানুসাৰে গ্ৰন্থৰ ৰচনাকাল ১৫৫৫ শক হ'ব পাৰে বুলি ধাৰণা হয়।

"বাৰুণস্যাং মহেশস্য সন্নিধৌ হৰিমন্দিৰে।
ভক্তি ৰত্নাৱলী সিদ্ধা সহিতা কান্তিমালয়া।।

মহাযজ্ঞ-শৰ-প্ৰাণ-শশাঙ্ক গণিতে শকে।
ফাল্গুনে শুক্ল পক্ষস্য দ্বিতীয়ায়াং সুমঙ্গলে।।

ইয়াত 'মহাযজ্ঞ-শৰ-প্ৰাণ-শশাঙ্ক গণিত শকৰ অৰ্থ কৰা হৈছে—১৫৫৫ শক। অসমীয়া কথা ভক্তি ৰত্নাৱলী গ্ৰন্থৰ পাণ্ডুলিপিতো ইয়াৰ অসমীয়া কথানুবাদত এইদৰে পোৱা গৈছে—

"এঘাৰ শত পঞ্চ পঞ্চাশ শকত, ফাল্‌গুণ মাসৰ শুক্লা দ্বিতীয়াত, বাৰাণসীক্ষেত্ৰত মহেশ্বৰৰ সমীপত, হৰিৰ গৃহত ভক্তিৰত্নাৱলী সমাপিত হৈল।"

ইয়াৰ উপৰিও ভক্তি ৰত্নাৱলীৰ নাম আৰু পুৰী গোস্বামীৰ বন্দনাদি থকা কিছুমান গ্ৰন্থৰ ৰচনাকাল এই ১৫৫৫ শকৰ পূৰ্ববৰ্তী হিচাপেহে প্ৰতিপন্ন কৰা হৈছে। সম্পাদক দুজনে আনপক্ষে আকৌ প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে যে, শ্ৰীমদ্ বিষ্ণুপুৰী গোস্বামীৰ জীৱনকাল চৈতন্যদেৱৰ আবিৰ্ভাব কালৰ বহু বছৰ পূৰ্বত আছিল। শ্ৰীচৈতন্য দেৱৰ জন্মকাল ১৪৮৫ চন বুলি সৰ্ব সম্মতিক্ৰমে মানি অহা হৈছে। কিন্তু শ্ৰীমদ্ বিষ্ণুপুৰী, জয়ধৰ্মৰ দুজন শিষ্যৰ এজন আৰু চৈতন্যদেৱ হ'ল—জয় ধৰ্মৰ আন এগৰাকী শিষ্য পুৰুষোত্তমৰ পিছৰ ষষ্ঠতম প্ৰশিষ্য। এজো একোজন শিষ্যৰ জীৱনকাল অতি কম পক্ষেও ৪১/৪২ বছৰকৈ ধৰিলেও শ্ৰীমদ্ বিষ্ণুপুৰী আৰু শ্ৰীচৈতন্য দেৱৰ মাজৰ সময়ৰ ব্যৱধান ২৫০ বছৰ দেখা যায়। সেই হিচাপে বিষ্ণুপুৰী সন্ন্যাসীৰ জীৱনকাল ১২০০ শক বা ১২৭৮ চনত বুলি ক'ব পৰা যায় আৰু তেওঁৰ লিখিত গ্ৰন্থৰ কাল নিশ্চয় ত্ৰয়োদশ শকৰ শেষৰ পিনে হ'ব বুলি অনুমান কৰিব পাৰি। কিন্তু পুৰী সন্ন্যাসীৰ জীৱনকাল আৰু তেওঁৰ গ্ৰন্থ ৰচনাৰ কাল-সম্বন্ধৰ আনুমানিক সিদ্ধান্ত সম্পূৰ্ণ নিৰ্ভুল বুলি কোৱা টান। কাৰণ, আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীৰ 'বিষ্ণুপুৰীৰ কাল' সম্বন্ধীয় প্ৰবন্ধৰ আলোচনাৰ পৰা জনা যায় যে, পণ্ডিতসকলে বিশেষকৈ ড° সৰ্বপল্লী ৰাধাকৃষ্ণণেও শ্ৰীধৰ স্বামীৰ কাল চতুৰ্দশ শতিকাৰ শেষৰ পঁচিশ বছৰৰ ভিতৰত পৰে বুলি অবিসম্বাদীভাৱে মন্তব্য কৰিছে। আকৌ বিষ্ণুপুৰী সন্ন্যাসীয়েও গ্ৰন্থৰ সমাপ্তিত শ্ৰীধৰ স্বামীক উল্লেখ কৰিছে আৰু তেওঁক ভাগৱত ধৰ্মাধিকাৰী বুলি স্বীকাৰ কৰিছে। গতিকে শাস্ত্ৰী মহাশয়ে বিষ্ণুপুৰীৰ কাল পঞ্চদশ শতিকাৰ শেষৰ পিনে হ'ব পাৰে বুলি মন্তব্য প্ৰকাশ কৰিছে। আকৌ যিহেতু শ্ৰীচৈতন্য মহাপ্ৰভুৰ জন্ম চন ১৪৮৫ চনতে ধৰা হৈছে আৰু শ্ৰীধৰ স্বামীৰ কাল চতুৰ্দশ শতিকাৰ শেষৰ পিনে বুলি কোৱা হৈছে। গতিকে দেখা যায় যে বিষ্ণুপুৰীৰ গ্ৰন্থ ৰচনাৰ কাল-নিৰ্ণয় সমস্যাপূৰ্ণ। কিন্তু আমি ধৰি ল'ব পাৰোঁ যে শ্ৰীধৰ স্বামীৰ পৰৱৰ্তী আৰু শ্ৰীচৈতন্যদেৱৰ জন্মৰ অগ্ৰৱৰ্তী কালত এই গ্ৰন্থ ৰচিত হৈছিল।

গ্ৰন্থৰ ৰচনাকাল লৈ সন্দেহৰ স্থল থাকিলেও আৰু যুক্তি-তৰ্কৰ অৱতাৰণা হ'লেও শ্ৰীমদ্ বিষ্ণুপুৰী ভাগৱত সাৰোধৃত এই 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থৰ সমাদৰ যথেষ্ট পৰিমাণে পৰিলক্ষিত হয়। বাৰাণসীৰ পৰা আৰম্ভ কৰি অসম পৰ্যন্ত এই গ্ৰন্থৰ প্ৰচলন হৈছিল আৰু বিভিন্ন আঞ্চলিক ভাষাত ইয়াৰ সহজ অনুবাদৰ প্ৰচেষ্টা চলিছিল। অন্যান্য আঞ্চলিক ভাষাত এই গ্ৰন্থৰ পদ-বাক্য আৰু কথা বহুতই যথাযোগ্য স্থান পাইছে আৰু যথেষ্ট সমাদৰ পাই

আহিছে। বিশেষকৈ বৈষ্ণৱ যুগৰ পদ্য আৰু গদ্য সাহিত্যত এই গ্ৰন্থৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

পোনপ্ৰথমে মহাপুৰুষ শঙ্কৰদেৱৰ আজ্ঞামতে মহাপুৰুষ মাধৱদেৱে একশৰণ ভাগৱতী নামধৰ্মৰ পৰিপূৰক হিচাপে শ্ৰীমদ বিষ্ণুপুৰী কৃত সংস্কৃত 'ভক্তি ৰত্নাৱলী'ৰ পদ ভাঙনি কৰিছিল। ইয়াৰ ৰচনাকাল যোড়শ শতিকাৰ আগভাগত বুলি অনুমান কৰা হৈছে। এই গ্ৰন্থৰ পদ ভাঙনিত মূল গ্ৰন্থৰ লগত ন্যূনাধিক হোৱা দেখা যায়। সামান্য দোষ থাকিলেও এই গ্ৰন্থক মহাপুৰুষীয়া ধৰ্মৰ এখন শ্ৰেষ্ঠ আৰু ভক্তি ধৰ্মৰ পৰম উপাদেয় গ্ৰন্থ বুলি স্বীকাৰ কৰা হৈছে। এই গ্ৰন্থৰ সমসাময়িকভাৱে মূল সংস্কৃত আৰু ইয়াৰ টীকা 'কান্তিমালা'ৰ যথাযথভাৱে ৰচিত হৈছিল অসমবিখ্যাত ভাগৱতী পণ্ডিত শ্ৰীমদ ভাগৱত ভট্টাচাৰ্য বা শ্ৰীভট্টদেৱৰ দ্বাৰা।

ভক্তি ৰত্নাৱলী গ্ৰন্থৰ 'গ্ৰন্থ আৰম্ভ'ত মহাপুৰুষ মাধৱদেৱে পদুমসদৃশ শ্ৰীকৃষ্ণৰ চৰণ হৃদয়ত ধৰি গুৰু শঙ্কৰদেৱৰ চৰণ মনেৰে শিৰোগত কৰি—

> "ভক্তি ৰত্নাৱলী গ্ৰন্থ ভাগৱত সাৰ।
> মূৰুখ মাধৱে পদ কৰিলা প্ৰচাৰ।।"

শ্ৰীকৃষ্ণক স্মৰণ কৰি ৰচনা কাৰ্যত সিদ্ধি লাভ কৰিবলৈ কামনা কৰিছে। বেদব্যাস বিৰচিত সমুদ্ৰ সদৃশ শ্ৰীমদ্ভাগৱত শাস্ত্ৰ। ইয়াৰ মুখ্য প্ৰতিপাদ্য বিষয় হৈছে—ভগৱৎ ভক্তি বা শ্ৰীহৰিৰ লীলা গুণানুকীৰ্তন শ্ৰীমদ্ বিষ্ণুপুৰী সন্ন্যাসীয়ে মূল সংস্কৃত গ্ৰন্থ বিৰচনৰ আদিতে এই বিৰচনৰ সাৰ্থকতা নিৰূপণ কৰি যথাৰ্থ উত্তৰ দিছে। আৰম্ভণিতেই গ্ৰন্থ পৰিচয়ত এই গ্ৰন্থ যে ভাগৱতৰ সাৰোদ্ধৃত, তাক উল্লেখ কৰা হৈছে। মাধৱদেৱে এই গ্ৰন্থৰ পদ ভাঙনি কৰোঁতে নিজৰ অক্ষমতা জানিও আৰু মহাজনসকলে যাতে তেওঁৰ দোষ ত্ৰুটি থাকিলেও, উপহাস নকৰি ক্ষমা কৰিব বুলি ভাবি সভাসদসকলক কৰ্ণভৰি কৃষ্ণ-কথাৰ ৰস পান কৰিবলৈ অনুৰোধ জনাইছে। কিয়নো—

> নাহি ধৰ্ম কৃষ্ণ-কথা শ্ৰৱণত পৰে।
> যাক শুনি অতি অন্ত্য জাতিও নিস্তৰে।।

বুলি কৈ বিষ্ণুপুৰী সন্ন্যাসীৰ পৰিচয় আৰু তাৰ লগতে গ্ৰন্থ ৰচনাৰ উদ্দেশ্যও ব্যাখ্যা কৰিছে—

> "আছিলন্ত সন্ন্যাসী নামত বিষ্ণুপুৰী।।
> পৰম মহন্ত মহাজন মাজে সাৰ।
> তেন্তে কৰিলন্ত ভাগৱত সাৰোদ্ধাৰ।।
> ভক্তি ৰত্নাৱলী নামে নাই পটন্তৰ।
> পৰম অমূল্য ৰত্ন ভকত জনৰ।।
>
> ... ... ...
>
> মহাজনসৱৰ সম্মত অনুসৰি।
> কৃষ্ণৰ কীৰ্তন ৰূপ মঙ্গল আচৰি।।

ভক্তসমে মাধৱক কৰিয়া সেৱালি।
বিৰচিল বিষ্ণুপুৰী ভক্তি ৰত্নাৱলী।।
নিখিল বেদৰ সাৰ মহাভাগৱত।
সদ্য ভক্তিপ্ৰদ যাৰ অতুল মহত।।
এতেকে সে সমস্ত বেদত শ্ৰেষ্ঠতৰ।
পৰম গোপনি ইটো সমস্ত শাস্ত্ৰৰ।।
মহা অন্ধকাৰ ময় দুৰ্ঘোৰ সংসাৰ।
তাক তৰিবাক প্ৰতি ইচ্ছা আছে যাৰ।।
তাক কৃপা কৰি যিটো মহামুনি শুকে।
পৃথিৱীত ব্যক্ত আনি কৰিলা উৎসুকে।।

... ... ...

দেখিলোহো কৃষ্ণৰ ভজন ৰত্ন পাছে।
ভাগৱত অমৃত পয়োধি মাজে আছে।।
পৰম অমূল্য ইটো হৰিভক্তি ৰত্ন।
তাক উদ্ধাৰিতে মোৰ ভৈল মহা যত্ন।।
হৃদিগত কৃষ্ণৰ আদেশ অনুসৰি।
বৈষ্ণৱৰ প্ৰীতি অৰ্থে আনিলো উদ্ধাৰি।।
যিটো কণ্ঠে পিন্ধি ৰত্ন পৰম উজ্জ্বল।
কৰে সালঙ্কৃত তাক পুৰুষসকল।
থাকে মাত্ৰ ৰত্নাৱলী যদিবা গৃহত।
অজ্ঞান আন্ধাৰ তাৰ গুচয় সমস্ত।।
যিটো পঢ়ে শুনে তাক বিচাৰে সৰ্ব্বথা।
তাৰ হিত সাধিবেক ইটো কোন কথা।।
জানি ভক্তি ৰত্নাৱলী মহাগুণৱতী।
কৰিয়োক শ্ৰদ্ধা অতি সুকৃতি সম্প্ৰতি।।

... ... ...

নপাই অৱসৰ ভাগৱত নুশুনিব।
মোৰ ইটো কৃতত তাহাৰ শ্ৰদ্ধা হৈব।।
কৰিলো সংগ্ৰহ মই তাকে লক্ষ্য কৰি।
নানা প্ৰকৰণ হন্তে শ্লোকক উদ্ধাৰি।।
বিচাৰিয়া যত সাৰ পাইলো বাৰ স্কন্ধে।
এক বাক্য কৰি আনি লিখিলো প্ৰবন্ধে।।

মায়াবদ্ধ সংসাৰী লোকৰ কল্যাণাৰ্থে নৱ প্ৰকাৰ লক্ষণযুক্ত ভক্তি প্ৰতিপাদ্য এই গ্ৰন্থ বিৰচিত কৰা হৈছে। মায়ামুক্ত আৰু জীৱন্মুক্ত অৱস্থাপ্ৰাপ্ত হৈ পৰিপূৰ্ণ জীৱন কিদৰে

গৃহীসকলেও লাভ কৰিব পাৰে, তাক নিষ্কাম ভক্তি প্ৰসঙ্গৰ দ্বাৰা সুন্দৰভাৱে বুজাই দিছে। এই সংসাৰখন অতিকৈ ভয়ানক আৰু মহা অন্ধকাৰময়। ইয়াৰ পৰা পৰিত্ৰাণ পাবলৈ যিসকলে ইচ্ছা কৰে সেইসকলক কৃপা কৰিবৰ কাৰণে মহামুনি শুকে আনন্দেৰে পৃথিৱীত ব্যক্ত কৰিলে। এই গ্ৰন্থখন আত্ম-প্ৰকাশক প্ৰদীপ সদৃশ। অমৃত ৰসৰূপী ভক্তি ৰসেৰে ই সম্পূৰ্ণৰূপে পৰিপূৰ্ণ। ইয়াক শুনিলে তেনেই অজ্ঞ লোকেও এই দুৰ্ঘোৰ সংসাৰৰ পৰা পৰিত্ৰাণ পাব পাৰে। যিসকল লোকে ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ—এই চতুৰ্বৰ্গ বা পুৰুষাৰ্থ লাভ কৰিবলৈ উপায় বিচাৰি ফুৰে—সেইসকলৰ কাৰণে কৃষ্ণ ভক্তিয়েই একমাত্ৰ পৰম উপায়। ইয়াতকৈ মহা পুৰুষাৰ্থ আন একোৱেই হ'ব নোৱাৰে। বেদব্যাস ঋষিয়ে এই পৰমাৰ্থ লাভ কৰাৰ মানসেৰে আনন্দেৰে ভাগৱত শাস্ত্ৰ ৰচনা কৰিলে। আন যিমান জ্ঞান আৰু কৰ্ম আছে—সেইবোৰ একমাত্ৰ ভক্তি সাধনৰ তলতীয়া। ভাগৱতৰূপী অমৃত-সাগৰ শাস্ত্ৰৰ মাজত হৰি ভক্তিৰূপী অমূল্য ৰত্ন আছে—বৈষ্ণৱৰ প্ৰীতিৰ কাৰণে; তাক উদ্ধাৰ কৰিবৰ কাৰণে বিষ্ণুপুৰীয়ে মহা যত্ন কৰাৰ কথা আগতেই উল্লেখ কৰা হৈছে।

ভক্তি ৰত্নাৱলী মহা গুণৱতী। ইয়াক শ্ৰদ্ধা কৰিলে সুফল লাভ কৰিব পাৰি। শুনিলেই কৃষ্ণৰ চৰণত ভক্তি ওপজে আৰু যিজনে যি বিচাৰে, তেওঁৰ মনোবাঞ্ছা তেনেদৰেই পূৰণ হয়। কৰ্মব্যস্ত লোকসকলে ভাগৱত শাস্ত্ৰ অধ্যয়ন কৰিবলৈ অকণো আহৰি নেপাই যদি এই শাস্ত্ৰখন পঢ়ে একে ধৰণে কৃষ্ণৰ প্ৰতি ভক্তি উপজি পৰম উপকৃত হ'ব পাৰিব।

শেষত শ্ৰীমদ্ বিষ্ণুপুৰী সন্ন্যাসীৰ উক্তিৰ অসমীয়া কথাবস্তুত এইদৰে উল্লেখ আছে—"যাৰাসবে সকল ভাগৱত শুনিতে আলাস কৰে, গৃহব্যগ্ৰে অৱসৰ নাপাৱৈ" তাৰাক প্ৰতি বিষ্ণুপুৰীৰ গ্ৰন্থ সাফল হৈব।

মুঠৰ ওপৰত কৃষ্ণ-ভক্তিৰ মাহাত্ম্য প্ৰকাশক গ্ৰন্থ হিচাপে ভক্তি-ৰত্নাৱলীৰ স্থান উৰ্দ্ধত। কিয়নো জগতৰ সকলো লোকক ভক্তিৰ প্ৰতি আকৰ্ষণ কৰিব পৰা গুণ ইয়াত বিদ্যমান।

# মহাপুৰুষ মাধৱদেৱৰ নাটৰ শ্ৰীকৃষ্ণ চৰিত্ৰ

অসমীয়া নাট্য সাহিত্যৰ প্ৰথম পথ প্ৰদৰ্শক হ'ল মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ। তেখেতকেই অনুসৰণ কৰিছে তেখেতৰ প্ৰিয় শিষ্য শ্ৰীমাধৱদেৱে। মহাপুৰুষ মাধৱদেৱক বাদ দি অসমৰ বৈষ্ণৱ ধৰ্ম, কাব্য, নাট, গীত, পদ, ঘোষা আৰু ভটিমা আদি ৰচনাই পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰে। সেয়ে সাহিত্য বিশেষকৈ নাট্য-সাহিত্যৰ ক্ষেত্ৰত দুয়োজনাৰ এজনক বাদ দি আনজনৰ কল্পনাও কৰিব নোৱাৰি। তেখেতসকলে ৰচনা কৰি যোৱা নাটসমূহক অঙ্কীয়া নাট বুলিয়েই জনা যায়। এই নাটসমূহ ৰচনা কৰাৰ উদ্দেশ্য আছিল জনসাধাৰণৰ মাজত বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰাৰ যোগেদি শ্ৰীকৃষ্ণৰ মাহাত্ম্য প্ৰদৰ্শন কৰা। শ্ৰীশঙ্কৰদেৱে যেনেকৈ শ্ৰীকৃষ্ণ চৰিত্ৰৰ যৌৱনদীপ্ত বা পৌঢ়ত্বপ্ৰাপ্ত জীৱনৰ কাহিনী নাটসমূহত ৰূপায়িত কৰিছে, ঠিক তেনেকৈ শ্ৰীমাধৱদেৱেও শ্ৰীকৃষ্ণৰ শিশু জীৱনৰ চৰিত্ৰ ৰূপায়িত কৰিছে। ভগবান শ্ৰীকৃষ্ণই মানৱৰূপ লৈ কেনেকৈ গোপজায়া যশোদাৰ মৰম-চেনেহ আৰু অনুশাসনৰ মাজেৰে লালিত-পালিত হৈছে, কেনেকৈ গোৱালিনীৰ ঘৰত খীৰ-লৱনু চুৰ কৰি খাই পুনৰ গোৱালিনীকে অপযশ দিছে আৰু কেনেকৈ গোপবালকসকলৰ লগত বৃন্দাবনত গৰু চাৰি নানা লীলা-কৌতুক কৰিছে, তাৰ এটি নিটোল ৰূপ মাধৱদেৱৰ নাটত পোৱা যায়। মাধৱদেৱৰ কৃষ্ণ—চিৰশিশু; চিৰদিনেই যশোদাৰ পিয়াহখোৱা কেঁচুৱা। এই ঔ-বীজলুৱা টেঙৰ বালকজনৰ চৰিত্ৰ মাধৱদেৱে নাটসমূহত (বৰগীতবোৰতো) যেনেকৈ নিখুঁতভাৱে অঙ্কন কৰিব পাৰিছে, বোধকৰোঁ তেনেকৈ কোনো ভাৰতীয় কবি-সাহিত্যিকে পৰা নাই। মাধৱদেৱৰ আটাইকেইখন নাটৰে নায়ক স্বয়ং শিশু-কৃষ্ণ আৰু প্ৰত্যেকখনতে শ্ৰীকৃষ্ণ চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে। এই চৰিত্ৰটিৰ বাহিৰে যিবোৰ চৰিত্ৰ অঙ্কন কৰা হৈছে সেইবোৰ এক কৃষ্ণ চৰিত্ৰক সাৰ্থক আৰু মহিমান্বিত কৰি প্ৰকাশ কৰিবলৈহে ৰচনা কৰা হৈছে।

মাধৱদেৱে কেবাখনো নাট আৰু ঝুমুৰা ৰচনা কৰিছে; তাৰ ভিতৰত অৰ্জুন-ভঞ্জনক নাট আৰু বাকী চোৰধৰা, পিম্পৰা-গুচোৱা, ভোজন-ব্যৱহাৰ আৰু ভূমি লেটোৱাক ঝুমুৰা বোলা হয়। আনকেইখন ঝুমুৰা যেনে—ব্ৰহ্মা-মোহন, ৰাস-ঝুমুৰা, ভূষণ-হেৰোৱা আৰু কোটোৰা খেলোৱা আদিত মাধৱদেৱৰ ভণিতা থাকিলেও সমালোচকসকলে এই চাৰিখন মাধৱদেৱৰ দ্বাৰা ৰচিত নহয় বুলি সন্দেহ কৰাৰ স্থল আছে। আনহাতে গোবৰ্দ্ধন যাত্ৰা,

নৃসিংহ যাত্ৰা আৰু ৰামযাত্ৰা নামৰ নাটকেইখন ভাওনা কৰি দেখুওৱাৰ উল্লেখ থাকিলেও সেইকেইখনৰ কোনো শু-সূত্ৰ বিচাৰি পোৱা নেযায়।

'অৰ্জুন-ভঞ্জন' মাধৱদেৱৰ প্ৰথম আৰু প্ৰধান নাট। নাটৰ কাহিনীভাগ ভাগৱতৰ। এই নাটৰ কৃষ্ণ চৰিত্ৰ এফালে মনুষ্য শিশু আৰু আনফালে জগতৰ ঈশ্বৰ। এই দুমুখীয়া ব্যক্তিত্বসম্পন্ন কৃষ্ণ চৰিত্ৰ অঙ্কনত মাধৱদেৱে দক্ষতাৰ পৰিচয় দিছে; অৱশ্যে চৰিত্ৰ অঙ্কন কৰাটো গৌণহে, মুখ্য উদ্দেশ্য হৈছে ঈশ্বৰৰ ভক্তি প্ৰচাৰ কৰাহে। মানৱ শিশুৰূপী কৃষ্ণ-চৰিত্ৰত শিশুসুলভ দুষ্টালি, আমনি, অভিমান আদি সুন্দৰৰূপে ফুটি উঠিছে। আনহাতে অতিমানৱৰূপে, ঈশ্বৰৰূপে শ্ৰীকৃষ্ণৰ অলৌকিক মহিমা দেখুৱাই ঈশ্বৰ-ভক্তসকলক ভক্তি-পথৰ সন্ধান দিছে। অন্যান্য ঝুমুৰাৰ তুলনাত অৰ্জুন-ভঞ্জন নাটৰ কৃষ্ণ চৰিত্ৰটো মাধৱদেৱে ব্যতিক্ৰম কৰি অঙ্কন কৰিছে। ইয়াত কেৱাবাৰো শ্ৰীকৃষ্ণ চৰিত্ৰই নিজে ঈশ্বৰত্ব দাবী কৰিছে; কিন্তু আন কেইখন ঝুমুৰাত স্বাভাৱিক মানৱ-শিশুৰ ৰূপটি ফুটাই তুলিছে। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষাত—"কৃষ্ণ চৰিত্ৰৰ মানৱীয় দিশটোৰ চিৰশিশুৰ ভেম, অভিমান, আমনি, দুষ্টালি, উত্তণ্ডালি, চাতুৰি আদি গুণ প্ৰকাশ পাইছে। আনফালে ঐশ্বৰিক দিশটোত ভগৱানৰ ঐশ্বৰ্য আৰু কৰুণা (Grace), এই দুটা বিশেষত্ব সুন্দৰকৈ প্ৰকাশ পাইছে। ভক্তৰ প্ৰতি ভগৱন্তৰ অনুগ্ৰহেই কৰুণা শক্তিৰ পৰিচায়ক। নন্দ-যশোদাৰ পুত্ৰত্ব স্বীকাৰ আৰু আভীৰ বালকক সহচৰ্য প্ৰদানে তেওঁৰ কৰুণা-শক্তিৰ পৰিচয় দিছে। আকৌ অসীম শক্তি আৰু অলৌকিক-কাৰ্য তেওঁৰ ঐশ্বৰ্যৰ পৰিচায়ক।"

'অৰ্জুন-ভঞ্জন' নাটত শ্ৰীকৃষ্ণ চৰিত্ৰৰ কৰুণাশক্তিৰ দৃষ্টান্ত কেনা ঠাইতো পোৱা যায়। শ্ৰীকৃষ্ণৰ মাতৃ যশোদাই গোটেই জনম তপস্যা কৰি বৃদ্ধকালত ঈশ্বৰ শ্ৰীকৃষ্ণক পুত্ৰৰূপে পাইছে; অথচ তাতো যশোদাই সন্তুষ্ট থাকিব পৰা নাই। তাতকৈ বেছি প্ৰাধান্য দিছে লৱনুৰ ওপৰত। সেয়ে যশোদাই দাসীসকলে দধি মথি উলিওৱা লৱনুতকৈ অধিক লৱনু উলিয়াবলৈ দাসীসকলক যাৱতীয় ঘৰুৱা কাম কৰিবলৈ দি নিজেই দধি মথিবলৈ গৈ ঘোষণা কৰিলে যে যদি সিহঁতকৈ অধিক লৱনু তেওঁ উলিয়াব পাৰে তেনেহ'লে সিহঁতক যি ইচ্ছা তাকে কৰিব। মাকৰ শ্ৰম দেখি আৰু ভক্তা গোপীসকলক মাকৰ শাস্তিৰ পৰা ৰক্ষা কৰিবলৈ দৃঢ় পৰিকৰ হৈ শ্ৰীকৃষ্ণই মনে মনে ক'বলৈ ধৰিলে—

"হামু পৰম ঈশ্বৰ লক্ষ্মীক নায়ক। ইহাৰ গৃহে বদ্ধ হুয়া ৰহেছি। হামু জীৱক পৰম দুৰ্লভ। হামাকু পাই মন পূৰণ নাহি ভেল। বস্তুক বাঞ্ছা নাহি টুটত। হামাৰ ভকতা গোপিকাসবক কোপ কৰিয়ে লৱনু অধিক কৰিতে গোপীসবক দণ্ড কৰিতে অত যে শ্ৰম কৰিতে লাগল। ইহাক আৰ লৱনু তুলিতে নাহি দেবব।"

শ্ৰীকৃষ্ণ চৰিত্ৰই ঈশ্বৰত্ব ঘোষণা কৰাৰ আন এটি দৃষ্টান্ত হ'ল—মাক যশোদাই শ্ৰীকৃষ্ণক স্তনপান কৰাই থকা অৱস্থাত, গোপীসকলৰ মুখে আখাত থকা দধি উতলি পৰা সংবাদ পাই অৰ্দ্ধ-স্তনপান কৰা অৱস্থাত শ্ৰীকৃষ্ণক মাটিত থেকেচা মাৰি থৈ যায়। মাকৰ এনে গৰ্হিত কাৰ্যত অসন্তুষ্ট হৈ মানৱ-শিশুৰূপী ঈশ্বৰ কৃষ্ণই ক'লে—

"হামু কোটি কোটি ব্রহ্মাণ্ডক নায়ক। ব্রহ্মাদেৱক পৰম দেৱতা। হামাকু মহা মহা ব্রহ্মাণ্ডক যজ্ঞে সন্তোষ কৰাইতে নাহি পাৰত। সে হামু নিজগুণে ভকতক বশ্য হয়া, ভকতসবে শ্রদ্ধায়ে যে বস্তু হামাকু দান কৰত তাহেক হামু পৰম সন্তোষে হামাৰ উদৰ বৰ্তি ব্রহ্মাণ্ডসবক শুদ্ধ বস্তুয়ে পবিত্রহোক বুলিয়ে ভোজন কৰোহো। অভক্ত সবে বস্তু দেৱত তাহেক মাত্র ভোজন কৰোহো। কিন্তু ভকতক কৃপায়ে চৌৰি কৰি কহো ভকতক বস্তু স্বীকাৰ কৰহু। দেখু সে হামাক ওহি সাহঙ্কাৰী নিদাৰুণী গোৱাৰী সামান্য শিশু বুলিয়ে স্তনপায়া ছোড়ায়া মাটিত আছাড়ি পেলাই থিৰ ৰাখিতে গেল। হামাতো কৰিয়ে কড়া দুইক খিৰ অধিক মানল।"

শ্রীকৃষ্ণ চৰিত্রৰ এনে উক্তিৰ মাজেৰে এই কথাটো স্পষ্ট হৈ পৰিছে যে তেওঁ যদিও মানৱ শিশুৰূপে যশোদাৰ গৃহত পুত্ৰৰূপে অৱতাৰ ধৰিছে তথাপি তেওঁ কোটি কোটি ব্রহ্মাণ্ডৰ অধিকাৰী, সকলো দেৱতাতকৈ শ্রেষ্ঠ দেৱতা। অথচ সাধাৰণ গোৱালিনী যশোদাই তেওঁক দুই কড়া মূল্যৰ দধিতকৈ কম বুলি বিবেচনা কৰিছে। যশোদা মায়াবদ্ধ জীৱ। সেয়ে ঈশ্বৰ কৃষ্ণৰ মাহাত্ম্য উপলব্ধি কৰিবলৈ পাহৰি সাধাৰণ বস্তুৰ ওপৰত অধিক গুৰুত্ব দিছে; অথচ পৰমপুৰুষ, পৰম ঈশ্বৰ কৃষ্ণক ঘৰতেই পুত্ৰৰূপে পাইয়ো সন্তুষ্ট থাকিব পৰা নাই। মাকৰ এনে কাৰ্যত অসন্তুষ্ট হৈ পটাগুটিৰে দধি মথা দণ্ড ভাঙি, দধি পাত্ৰবোৰ শিলগুটিৰে ভাঙি গাখীৰ, লৱনু নিজেও খাই, বান্দৰকো দি শেষ কৰি পেলালে। খীৰ নমাই উভতি আহি যশোদাই মথনিদণ্ড আৰু দধিবোৰ নাশ কৰা দেখি বুজি পালে যে এইবোৰ শ্রীকৃষ্ণৰে কাম। স্তনপান কৰিবলৈ নেপাই এনেদৰে অতপালি কৰিছে। যশোদাই হাতত এছাৰি লৈ চুপচাপ দধি ভাণ্ডাৰত প্ৰৱেশ কৰি দেখিবলৈ পালে যে উড়ালত উঠি শ্রীকৃষ্ণই আপোন মনে লৱনু খাই আছে আৰু পোহনীয়া বান্দৰকো ভগাই দিছে। মাকক দেখি সাধাৰণ শিশুৰ দৰে ভয়তে পেপুৱা লাগি পলাবলৈ ধৰিলে আৰু মাকেও হাতত এছাৰি লৈ শ্রীকৃষ্ণৰ পিছে পিছে খেদি গ'ল। মাকৰ দুখ দেখি পৰম ঈশ্বৰ শ্রীকৃষ্ণই মনুষ্যলীলা দেখুৱাই পলাবলৈ অক্ষম হোৱা দেখুৱাই মাকৰ ভয়ত হাতেৰে চকু ঢাকি ৰাখি কান্দিবলৈ ধৰিলে। যশোদাই হাতৰ এছাৰি পেলাই দি শ্রীকৃষ্ণক হাতত ধৰি ঘৰলৈ আনি গৰু বন্ধাদি বান্ধিব ধৰিলে। শ্রীকৃষ্ণই নিজ যোগমায়া (বৈষ্ণৱীমায়া) ব্যক্ত কৰিলে, যাৰ ফলত যশোদাই ঘৰৰ সমস্ত জৰী আনিও শ্রীকৃষ্ণৰ উদৰত বান্ধিবলৈ সক্ষম নহ'ল—তথাপি দুই আঙুলি নাটে। শ্রীকৃষ্ণক এনেদৰে শাস্তি দিয়া দেখি গকুলৰ গোপীসকলে মৰ্মান্তিক দুখ পাই বান্ধিবলৈ মানা কৰি ক'লে—"হে মাই কৃষ্ণক মহিমা নাহি দেখত, অতয়ে জৰি জোৰায়া বন্ধন কৰিছ তব কি বান্ধিতে পাৰহ? অতয়ে মহিমা দেখিয়ে তথাপি জ্ঞান নাহি উপজল। তব কৃষ্ণক বান্ধিতে আশা কৰিছ।"

এই উক্তিৰ জৰিয়তে শ্রীকৃষ্ণ যে সাধাৰণ মানৱশিশু নহয়, তেওঁ যে পৰম পুৰুষ, পৰম ঈশ্বৰ, তেওঁৰ যে অচিন্ত্য প্ৰভাৱ, সেই কথাটো ভক্তা গোপীসকলে ভক্তিৰ বলত উপলব্ধি কৰিব পাৰিছে।

গোপীসকলৰ শতেক কাকুতি-মিনতিয়েও কঠিন হৃদয়া যশোদাৰ অন্তৰ গলাব

নোৱাৰিলে; বৰঞ্চ দুগুণে জেদী হৈ তেওঁলোকক ভৰ্ৎসনা কৰি শ্ৰীকৃষ্ণক বান্ধিবলৈ চেষ্টা কৰিলে।

অৱশেষত বলৰামৰ মাতৃ ৰোহিণীয়ো সকাতৰে যশোদাক শ্ৰীকৃষ্ণক বন্ধা কাৰ্যৰ পৰা বিৰত থাকিবলৈ মানা কৰি ক'লে—"হে সখি, তোহাৰি গোৰে লাগো, ওহি কৃষ্ণক প্ৰতি কোপ তেজহ। দেখো অতয়ে জৰি জোৰায়া কি কৃষ্ণক বান্ধিতে পাৰহ?—ঐচন মহিমা দেখিয়ে তবহু কৃষ্ণক নাহি জানত। ওহি মনুষ্য-বালক নহি। প্ৰভাৱ দেখিয়ে হামু জানল। ওহি জগদক কাৰণ নাৰায়ণ। কোটিকোটি ব্ৰহ্মাণ্ড যাহাৰ ৰোম ৰন্ধ্ৰে থিক, জগত-তাৰণ-কাৰণ তোহাৰি উদৰে মনুষ্যৰূপে-অৱতৰল।"

মানৱৰূপে অৱতাৰ ধৰিলেও শ্ৰীকৃষ্ণ যে পৰম পুৰুষ, পৰম ঈশ্বৰ ৰোহিণীৰ উক্তিতো প্ৰকাশ পাইছে। অথচ নিজৰ সন্তান শ্ৰীকৃষ্ণৰ অচিন্ত্য মহিমাৰ কথা জানিও মোহাচ্ছন্ন হৈ, অহঙ্কাৰাচ্ছন্ন হৈ যশোদাই পাহৰি গৈছে। শেষত মাক যশোদা ভাগৰি পৰা দেখি, মাকৰ বিপৰ্যয় অৱস্থা দেখি ভকত বৎসল ভগৱান শ্ৰীকৃষ্ণই তেওঁৰ ভক্তিৰ বলত বন্ধনযুক্ত হৈ মনে মনে ক'লে—"আঃ হামাক মায়াৰ ঐচন অতৰ্ক প্ৰভাৱ। হামু অতয়ে মহিমা দেখুৱালু, তবহু হামাক নাহি জানল। হামাক বান্ধিতে আশা কয়কহু তবহু বহুত শ্ৰম পাৱল। হামু আপুনে বন্ধন যব নাহি লেহু তব কি হামাক বান্ধিতে পাৰব! হামু ভকত বৎসল গুণে ভকতক অধীন। হামাৰি ভক্তা জননীক মনপূৰণ কৰহু।"

যশোদাই শ্ৰীকৃষ্ণক পেটত জৰীৰে মেৰাই উড়ালত বান্ধিব যোৱাত শ্ৰীকৃষ্ণই মনুষ্য-ভাৱ দৰ্শাই লাহে লাহে কান্দি কান্দি হাতৰ তলুৱাৰে চকুপানী মচি চকুমুদি মাকলৈ চাই উড়ালত বন্দী হৈ ৰ'ল।

শ্ৰীকৃষ্ণৰ ঈশ্বৰত্ব আন এটি উক্তিত প্ৰকাশ পায়। মায়াবদ্ধ জীৱসকলে সংসাৰৰ ঘোৰ নিকাৰৰ পৰা নিষ্কৃতি লাভ কৰিবলৈ ই যেন এটা সকিয়নি। "দেখো আজু হামু ভকতক হাতে আপুনে বন্দি হয়কহু বদ্ধ-জীৱক সংসাৰ-বন্ধ-চোৰণ কৰব। ব্ৰহ্মা আদি যত দেৱতা থিক আচোক আনক বন্ধন চোৰব, আপুন বন্ধন দুৰ কৰিতে নাহি পাৰত। ইহা জানি সবলোক হামাক পৰম ঈশ্বৰ মানি ভকতি কয়কহো সংসাৰ ঘোৰ নিকাৰ তৰব।"

শ্ৰীকৃষ্ণ চৰিত্ৰৰ অলৌকিকত্ব বা ঈশ্বৰত্ব এটি ঘটনাই সৌৰৱাই দিয়ে। শ্ৰীকৃষ্ণ মনুষ্যভাৱ দৰ্শাই মাকৰ মাৰণৰ পৰা ভয় পোৱা যেন দেখুৱাই উড়ালটো টানি লৈ যোৱাত নাৰদৰ অভিশাপত যমলাৰ্জুন গছৰূপে অৱতীৰ্ণ (কুবেৰৰ পুত্ৰদ্বয়) গছৰ মাজেৰে যাওঁতে উড়ালটো পথালিকৈ লাগি ধৰাত গছ দুজোপা উঘালি পৰাত তাৰ পৰাই শাপভ্ৰষ্ট কুবেৰৰ পুত্ৰদ্বয় নলকুবেৰ আৰু মণিগ্ৰীৱ কুবেৰ শাপমুক্ত হৈ ওলাই পৰিল।

কুবেৰ পুত্ৰদ্বয়ৰ সংসাৰ-বন্ধনৰ পৰা পোৱা মুক্তি কাৰ্যই প্ৰমাণ কৰে যে ভগৱানৰ প্ৰতি ভক্তি থাকিলে জীৱই ভৱ-বন্ধনৰ পৰা অনায়াসে মুক্তি লাভ কৰিব পাৰে। কুবেৰ পুত্ৰদ্বয়ৰ মানৱ শিশুৰূপী ভগৱান কৃষ্ণলৈ কৰা স্তুতিত প্ৰকাশ পাইছে যে একমাত্ৰ ঈশ্বৰহে সত্য। এই জগতখন মায়াময়। ভক্তিপূৰ্ণভাৱে ঈশ্বৰৰ চৰণত শৰণ ল'লেই সাংসাৰিক মায়াবন্ধন ছেদ কৰিব পাৰি।

মুঠৰ ওপৰত 'অৰ্জুন-ভঞ্জন' নাটৰ শ্ৰীকৃষ্ণ চৰিত্ৰটি নৰৰূপী নাৰায়ণ আৰু আনফালে স্বয়ং পৰমপুৰুষ, পৰম ঈশ্বৰ হিচাপে অঙ্কন কৰাত নাট্যকাৰ সফল হৈছে।

বিল্বমঙ্গলৰ স্তোত্ৰক কেন্দ্ৰ কৰি আৰু তাৰ লগতে নন্দ-যশোদাৰ পুত্ৰ শিশু কৃষ্ণই গোপীৰ গৃহত লৱনু চুৰি কৰি খোৱা কাহিনীভাগ সংযোজিত কৰি 'চোৰধৰা' ঝুমুৰাখন ৰচিত। এই ঝুমুৰাত শ্ৰীকৃষ্ণ চৰিত্ৰৰ চৌৰ্য-চাতুৰিজনিত লীলা আদি ৰসঘন পৰিবেশত প্ৰকাশ পাইছে।

এদিনাখন শিশু কৃষ্ণই কোনো এজনী গোপীৰ গৃহত লৱনু চুৰি কৰি হাতে হাতে ধৰা পৰাত চাতুৰি কৰিও সাৰিব নোৱাৰি সখিসব শ্ৰীদাম, সুদাম, বিশাল আদিক তুৰন্তে মাতি আনি গোপীসকলক ভয় খুৱাই পুনৰ লৱনু আদায় কৰিবলৈ আৰু অকলশৰে শ্ৰীকৃষ্ণক পাই মিছাকৈ গোপীসকলে দিয়া অপযশ নাইকিয়া কৰিবলৈ চেষ্টা কৰিছে। উপস্থিত বুদ্ধিসম্পন্ন আৰু জীয়া ফাঁকি দিব জনা শিশু কৃষ্ণই মিছাকৈ গোপীসকলক অপবাদ দি কৈছে—"আহে গোৱাৰী সব! আপুনহি দধি দুগ্ধ খাই হামাক কলঙ্ক দেসি। তোৰাসবক হামু ছাড়বো নাহি।"

গোপীসকলে উপায় নেপাই শ্ৰীকৃষ্ণক দোষৰ পৰা ৰেহাই দিম বুলি কোৱাৰ পিছতো শ্ৰীকৃষ্ণই গোপীসকলক ওলোটাকৈ চোৰ সাব্যস্ত কৰি এটা চৰ্তত এৰি দিব যদিহে শ্ৰীকৃষ্ণক কিছু লৱনু দিয়ে। "আহে ঢাণ্ডী গোৱাৰী সব! তোহো যব ছোড়হ, হামো তোহোক নাহি ছোড়ি। তব ছোড়ি যব হামাক কিছু লৱনু দেহ।"

শ্ৰীকৃষ্ণ চৰিত্ৰৰ এই উক্তিত শ্ৰীকৃষ্ণৰ প্ৰত্যুৎপন্নমতি আৰু চাতুৰ্য গুণ প্ৰকাশ পাইছে।

গোপীসকলেও বিনা চৰ্তে লৱনু দিবলৈ প্ৰস্তুত নাছিল। যদিহে শ্ৰীকৃষ্ণই নৃত্য কৰে তেনেহ'লে তেওঁলোকে লৱনু দিম বুলি ক'লে। শ্ৰীকৃষ্ণয়ো লৱনুৰ আশাত গোপীসকলৰ আগত নৃত্য কৰি তেওঁলোকৰ মনোবাঞ্ছা পূৰণ কৰিলে।

ইফালে যশোদাই পুত্ৰক ঘৰত নেদেখি ব্যাকুল-চিত্তে যমুনা নদীৰ পাৰে পাৰে পথিকসকলক সুধি সুধি বিচাৰি ফুৰিছে। অৱশেষত এজনী গোপীৰ মুখে কোনো এক গোপীৰ গৃহত নৃত্য কৰি থকাৰ সংবাদ পাই তালৈকে গৈ বিচাৰি পালে। যশোদাই সাধাৰণ শিশুৰ দৰে নিজ পুত্ৰক কোলাত লৈ, ডিঙিত সাৱটি, মুখত চুম্বন কৰি আনন্দিত হ'ল। গোপীসকলৰে লৱনু চুৰি কৰি খাই, গোপীসকলৰ মুখত লৱনু সানি, গোপীসকলকেই চোৰ সাব্যস্ত কৰি পুনৰাই নৃত্য কৰি তেওঁলোকৰ পৰাই লৱনু আদায় কৰিছে। শ্ৰীকৃষ্ণ চৰিত্ৰৰ এনে কাৰ্যাৱলীয়ে সকলোৰে অন্তৰত বিমল আনন্দ দান কৰিছে আৰু আনফালে চৰিত্ৰটি শিশু হ'লেও অফুৰন্ত বুদ্ধিমত্তাৰ পৰিচায়ক হৈ জিলিকি উঠিছে।

চোৰধৰা ঝুমুৰাৰ দৰে পিম্পৰা গুচোৱা ঝুমুৰাতো মাধৱদেৱে অপত্য প্ৰেম আৰু শ্ৰীকৃষ্ণ চৰিত্ৰৰ চৌৰ্য-চাতুৰি লীলাৰ এটি মনোৰম কাহিনী সন্নিবিষ্ট কৰিছে। এই ঝুমুৰাখনো বিল্বমঙ্গলৰ দুটা স্তোত্ৰৰ আধাৰত কাহিনীভাগ ৰচিত। পিম্পৰা গুচোৱা ঝুমুৰাতো শ্ৰীকৃষ্ণই গোপীৰ গৃহত লৱনু চুৰি কৰি ধৰা পৰি গোপীয়ে জেৰা কৰা প্ৰত্যেকটো প্ৰশ্নৰ যথাযথ উত্তৰ দি পুনৰ গোপীকেই বিপাণ্ডত পেলাই সম্যক বুদ্ধিৰ পৰিচয় দিছে। পিম্পৰা গুচোৱা ঝুমুৰাৰ

শ্ৰীকৃষ্ণ শিশু হ'লেও সৰ্বসাধাৰণ শিশুতকৈ চতুৰ যেন লাগে। কোনো কথাত বশ মনাব পৰা বিধৰ নহয়।

শ্ৰীকৃষ্ণৰ আগত লৰনু চুৰি কৰি খোৱা অপৰাধ সাব্যস্ত কৰিব নোৱাৰি গোপীসকলে শ্ৰীকৃষ্ণৰ মাতৃ যশোধাৰ আগত সকলো বিবৰি কম বুলি সকলো গোপীয়ে যশোদাক অবগত কৰিলে। যশোদাই শ্ৰীকৃষ্ণক নানাভাৱেঁ ভৰ্ৎসনা কৰিবলৈ ধৰাত শ্ৰীকৃষ্ণৰ ভক্তাসঙ্গীসকলে সহ্য কৰিব নোৱাৰি এনেদৰে ক'লে, "হে মাই! তোহো কাহে ঐচন গাৰি দেসি! ওহি জগতক আতমা ব্ৰহ্মা ৰুদ্ৰাদি দেৱতা সবো যাহেৰ আজ্ঞাবাণী পৰম সাদৰে বহত, তাহোক তুহু নিয়ম কৰিয়া চাব, উচিত নোহে।"

সঙ্গীসকলৰ এই উক্তিৰ মাজেৰে শ্ৰীকৃষ্ণ মানব শিশু হ'লেও প্ৰকৃততে তেওঁ জগতৰ আত্মা-স্বৰূপ। ব্ৰহ্মা, ৰুদ্ৰ প্ৰভৃতি শ্ৰেষ্ঠ দেৱতাসকল তেওঁৰ আজ্ঞাবহ। ভেনেস্থলত তেওঁক গালি পৰাটো সোবাদ পোৱা যায়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ ভাষাত, "মাধৱদেৱৰ বাল গোপাল চতুৰ শিৰোমণি, তেওঁৰ উপস্থিত বুদ্ধি আৰু জীয়া ফাকি দিব পৰা ক্ষমতা অদ্ভুত। অজ্ঞান শিশুৰ সৰলতাৰ পৰিৱৰ্তে চাতুৰ্যশীলতা তেওঁৰ চৰিত্ৰৰ বিশেষত্ব।"

'ভোজন ব্যৱহাৰ' ঝুমুৰাৰ কাহিনীৰ মূলভাগ দশম স্কন্ধৰ পৰা লোৱা। শিশু কৃষ্ণই গোপ বালকসবৰ লগত গৰু গাই চৰাবলৈ গৈ বনভোজ খাবলৈ ধৰোঁতে ব্ৰহ্মাই গৰু গোবৎস আৰু গৰখীয়াসবক হৰণ কৰি নিয়ে। ঝুমুৰাৰ কাহিনীভাগ তিমানেই।

ভোজন ব্যৱহাৰ ঝুমুৰাৰ শ্ৰীকৃষ্ণ চৰিত্ৰটোও এফালে মানৱ শিশুৰূপে নন্দ-যশোদাৰ গৃহত অৱতাৰ লৈ সাধাৰণ গুৱালৰ বেশ ধৰি বিভিন্ন খেল-ধেমালিৰে ব্ৰজবাসীসকলক আনন্দিত কৰায় আৰু আনফালে তেওঁ পৰম পুৰুষ, পৰম ঈশ্বৰ, পুৰুষোত্তম, যিজনে সকলো সংসাৰ স্ৰজন কৰিছে, যিজনক ব্ৰহ্মা, মহেশ আদিয়ে তেওঁৰ পাদ-পদ্মত বন্দনা কৰে। এই দুমুখীয়া ব্যক্তিত্বৰে সমুজ্জ্বল শ্ৰীকৃষ্ণৰ চৰিত্ৰ। যিসকল ব্ৰহ্মজ্ঞানী, তেওঁলোকে শ্ৰীকৃষ্ণক ব্ৰহ্মা, পৰমদেৱতা বুলি জ্ঞান কৰে আৰু যিসকল সংসাৰৰ মায়া-মোহত আচ্ছন্ন, তেওঁলোকে শ্ৰীকৃষ্ণক নন্দ-সুত; যশোদাৰ পুত্ৰ বুলি মাতে। যোগেশ্বৰসকলেও অনেক জন্মৰ পিছতো শ্ৰীকৃষ্ণৰ পদ-ধূলা লাভ কৰিব নোৱাৰে; অথচ ব্ৰজবাসীসকলে নিজ চকুৰে সদায় দেখিবলৈ পাইছে। তাৰ দ্বাৰা ব্ৰজবাসীসকলৰ প্ৰতি ঈশ্বৰ কৃষ্ণৰ কৰুণা প্ৰকাশ পাইছে।

মানৱৰূপী শ্ৰীকৃষ্ণই ৰাতিপুৱা শুই উঠি দধিযুক্ত অন্নপান কৰি লগৰীয়া গুৱাল শ্ৰীদাম, সুদাম প্ৰভৃতিক লগত লৈ হাতত ভোজনৰ সামগ্ৰী, শিঙা, বেত, বেণু গো-গোবৎস লৈ বৃন্দাবনলৈ চৰাবলৈ যায়। বৃন্দাবনত লগৰীয়া গোপ শিশুসকলৰ লগত বিভিন্ন নৃত্য কৰি যমুনাৰ পাৰৰ বালিত নিজে নিজে শ্ৰীকৃষ্ণক মাজত লৈ দধিভাত ভোজন কৰে আৰু গোবৎসসকলক জলপান কৰায়। শ্ৰীকৃষ্ণৰ এনে ভকত বৎসল গুণৰ কাৰণে দেৱতাসকলে আকাশৰ পৰাই শ্ৰীকৃষ্ণৰ শিৰত ফুল বৰ্ষণ কৰিলে। এইখিনিতে শ্ৰীকৃষ্ণ চৰিত্ৰৰ পৰম পুৰুষত্ব বা ঈশ্বৰত্ব ফুটি উঠে। শ্ৰীদাম, সুদাম, দাম প্ৰভৃতি যিসকল গো-পালক আছে, সেই সকলোকে সখিত্ব বন্ধনেৰে বান্ধি, সেই ভক্তসকলক কৰুণা কৰিছে।

ব্ৰহ্মাই ঈশ্বৰ কৃষ্ণৰ মাহাত্ম্য পৰীক্ষা কৰিবলৈ বৎস, বৎসপাল সকলো চুৰি কৰি নিয়ে। কৃষ্ণই বৃন্দাবনত বৎস বিচাৰি নেপাই পুনৰাই যমুনাৰ বালিলৈ আহি সখি গোপালসকলক নেদেখি ব্যাকুল হৈ বিলাপ কৰিবলৈ ধৰিলে। নদ, নদী, পৰ্বত, নিজৰা, গহীন বননিত তেওঁলোকক বিচাৰি নেপাই বিফল মনোৰথ হৈ ওপৰেদি উৰি যোৱা পক্ষীসবক কোন ফালেনো গো, গোবৎস, বৎসসব গৈছে সুধিছে। ইফালে প্ৰাণৰ ভাই বলোৰামো তেওঁৰ লগত নথকাত তেওঁ অকলশৰে বনে বনে ঘূৰি ফুৰিছে। গকুলবাসীক আজি তেওঁ কি বুলিনো সান্ত্বনা দিব? নন্দ-যশোদাই তেওঁক গৰজিব—এনে এশ এটা দুশ্চিন্তাই কৃষ্ণৰ মন আচ্ছন্ন কৰিলে। এইখিনিতে কৃষ্ণ চৰিত্ৰৰ মানৱীয় দিশটো জিলিকি উঠিছে।

শেষত উপায়হীন হৈ বৃন্দাবনৰ মাজত ধ্যান কৰি জানিব পাৰিলে যে ব্ৰহ্মাই সকলোকে চুৰি কৰি নিলে। এইখিনিতেই শ্ৰীকৃষ্ণ চৰিত্ৰত ঈশ্বৰত্ব ফুটি উঠা দেখা যায়।

ভোজন ব্যৱহাৰত বিষয়বস্তুই পৰিণতি লাভ নকৰা কাৰণে শ্ৰীকৃষ্ণ চৰিত্ৰটি সম্পূৰ্ণৰূপে ফুটি উঠাত ব্যাঘাত জন্মা যেন লাগে।

'ভূমি-লোটোৱা' ঝুমুৰাৰ কাহিনীভাগো বিল্বমঙ্গলৰ এটা স্তোত্ৰৰ কাহিনীৰ আধাৰত ৰচিত।

ভূমি-লোটোৱা ঝুমুৰাৰ শ্ৰীকৃষ্ণ চৰিত্ৰত এফালে সমগ্ৰ জগতৰ গুৰু, নাৰায়ণ, সৃষ্টি, স্থিতি, লয়কাৰী, আনফালে তেওঁ কপট মনুষ্য বেশেৰে নন্দৰ গৃহত জন্ম লভি তেওঁ পৰম মাঙ্গলিক ৰূপ ধাৰণ কৰি যশোদাৰ মনত সন্তোষ দি নানা লীলা কৰি দেখুৱাইছে। যিজনৰ লীলাৰ কথা কোনেও জানিব নোৱাৰে, যিজন সকলো দেৱতাতকৈ শ্ৰেষ্ঠ দেৱতা, সেই মহেশ্বৰে শ্ৰীকৃষ্ণৰূপে সাধাৰণ গোপকুমাৰৰ ৰূপ ধাৰণ কৰি সংসাৰ-তাপত তাপিত লোকসকলক সংসাৰ-মুক্তিৰ পথ দেখুৱাবলৈ অৱতাৰ ধৰিছে।

শিশু কৃষ্ণই মাতৃ যশোদাৰ দধি ভাণ্ডাৰত প্ৰবেশ কৰি খীৰ, লৱনু চুৰি খৰি খাই থাকোঁতে যশোদাক দেখি মাতৃক ছলনা কৰিবলৈ তেওঁ ভয়ত পেপুৱা লগা যেন দেখুৱাই কান্দিবলৈ ধৰিলে। মিছাকৈ আন কোনোৱাই ঘন খীৰ, নতুন লৱনু খাই পেলালে বুলি মাটিত বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। শ্ৰীকৃষ্ণ চৰিত্ৰৰ এনে কাৰ্যাৱলীত মিছা ৰোষ, চৌৰ্য আৰু চাতুৰ্য গুণ প্ৰকট হৈছে।

ইপিনে আৰু অধিক লৱনু আশাৰে ক্ষুধাত পীড়িত হোৱা বুলি মাকৰ ওচৰত ঠেহ পাতিছে। যশোদাই আন গুৱালৰ পৰা দধি লৈ মথি নতুন লৱনু উলিয়াই চেনি, কৰ্পূৰ সানি লাড়ু তৈয়াৰ কৰি দিবলৈ মান্তি হোৱাৰ পিছতো শ্ৰীকৃষ্ণক পতিয়ন নিয়াবলৈ আন গোপীক সাক্ষী হিচাপে ৰাখিবলৈ বাধ্য হৈছিল। তেহে শ্ৰীকৃষ্ণই কান্দিবলৈ এৰিলে। এইখিনিতে শ্ৰীকৃষ্ণৰ আঁকোৰগোজ মনোবৃত্তিৰ পৰিচয় পোৱা যায়।

মাক যশোদাই শ্ৰীকৃষ্ণৰ গাৰ ধূলি-মাকটি জাৰি জোকাৰি দি কোলাত তুলি স্তনপান কৰালে। কিন্তু চতুৰ কৃষ্ণই তাতেই ক্ষান্ত নেথাকি মাকৰ ওচৰত লৱনু মাগিছে। আনকি নিদিলে তেওঁ সুদাই নেৰিব বুলিও সাৱধান বাণী শুনাইছে। প্ৰতিজ্ঞাবদ্ধা মাকে আজি ঘৰত

লৰনু নাই, আনদিন দিম বুলি কোৰাত মাকৰ আঁচলত ধৰি সঙ্গাত নাই বুলি কৈ তেওঁৰ লৰনু নিদিলে ক'লৈকে যাব নিদিব বুলি কোৰাত উপায় নেপাই দেৱতা-পূজাৰ কাৰণে আঁছুতীয়াকৈ থোৱা নতুন লৰনু দিহে শ্ৰীকৃষ্ণক সন্তুষ্ট কৰিব পাৰিলে।

যি পৰম ঈশ্বৰ কৃষ্ণক ব্ৰহ্মাদি দেৱতাসকলে সদায় সেৱা কৰি থাকে, মহা মহা যজ্ঞ কৰিও যাক তুষ্ট কৰিব নোৱাৰি, সেই পৰম ঈশ্বৰ কৃষ্ণই ভক্তিৰ বশ্য হৈ সাধাৰণ যশোদা গুৱালীৰ ঘৰত প্ৰতিপালিত হৈ তেওঁৰ ওচৰত লৰনু মাগি পৰমানন্দে ভোজন কৰিছে। ইয়াতেই শ্ৰীকৃষ্ণৰ মনুষ্যলীলা সম্যকৰূপে ফুটি উঠিছে।

পৰিশেষত এইটো ক'ব পৰা যায় যে মহাপুৰুষ শঙ্কৰদেৱ নাইবা মহাপুৰুষ মাধৱদেৱৰ অঙ্কীয়া নাটসমূহ ৰচনা কৰাৰ মূল উদ্দেশ্য হৈছে এক ঈশ্বৰ কৃষ্ণত ভক্তিপূৰ্ণভাৱে শৰণ লোৱাটো আৰু সেই ঈশ্বৰ কৃষ্ণই যেনেদৰে মনুষ্যৰূপে অৱতাৰ ধৰি মানৱোচিত কৰ্ম কৰি গৈছে—সেই পথ অৱলম্বন কৰাটো। অন্যথাই এই কলিযুগত আন কোনো গতি নাই।

# শ্ৰীমাধৱদেৱৰ 'নামঘোষা'ত প্ৰতিফলিত মায়াৰ স্বৰূপ বিচাৰ

মাধৱদেৱে প্ৰসিদ্ধ ধৰ্মগ্ৰন্থ 'নামঘোষা'ৰ ভালেমান ঘোষাত মায়া সম্পৰ্কে বহুবাৰ উল্লেখ কৰাটো পৰিলক্ষিত হয়। মায়া হৈছে ৰহস্যময় ঐশী শক্তি, যি শক্তিৰ সহায়ত সমগ্ৰ চৰাচৰ জগত স্ৰজন আৰু পালন কৰি আছে। এই শক্তিয়ে ব্ৰহ্মাৰ স্বৰূপ ঢাকি ৰাখে, আৱৰণ ৰূপে, অসত্যত সত্যৰ প্ৰতীতি জন্মায়—বিক্ষেপ-শক্তিৰূপে। তথাপি মায়া অনাদি নহয়। সংসাৰ সৃষ্টিৰ আহিলাৰূপে মায়াক স্ৰজন কৰে পৰম ব্ৰহ্মাই। এই সংসাৰ ক্ষেত্ৰ ভগৱন্তৰ ক্ৰীড়াৰ স্থান। আত্মানন্দপূৰ্ণ ভগৱন্তই নিজৰ আনন্দ-বিনোদনৰ বাবেহে অলীক সংসাৰ সৃষ্টি কৰিছে। সহায়ৰূপে ল'লে স্বকীয় সৃষ্টি মায়াক। গতিকে ভগৱন্ত কৃষ্ণ একমাত্ৰ সত্য, নিত্য, চৈতন্যস্বৰূপ, অখণ্ডিত জ্ঞান স্বৰূপ; বাকী সংসাৰ, মায়া অলীক (পাৰমাৰ্থিক দৃষ্টিত) —

"হে কৃষ্ণ তুমি মাত্ৰ চৈতন্য স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৱৰ সতেক ইটো তোম্মাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত।"

পাৰমাৰ্থিক দিশত মায়া জড়, হৰি চৈতন্য, নিত্য, পৰম তত্ত্ব সম্বলিত। মায়াক হৰিয়েহে নিয়ন্ত্ৰণ কৰে। কেৱল মায়াই জীৱক নিজৰ জালেৰে আবদ্ধ কৰে। এই মায়া কৱলৰ পৰা জীৱক মুক্তি দিয়াটো ভগৱন্তৰহে কাম।

মায়া আদি কৰি সমস্তে অসন্ত
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সন্ত চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয়।।"

আৰু "মায়া আদি কৰি যত সমস্তে জগত জড়
কৃষ্ণসে চৈতন্য আত্মা শুদ্ধ।"

ব্ৰহ্মাকে আৰম্ভ কৰি তিনিও লোকত যিমান জীৱ আছে, সকলোকে কৃষ্ণ ভগৱন্তই মায়াৰ দ্বাৰা স্ৰজন কৰিছে। সেইবিলাক মায়াৰ শয্যাস্বৰূপ কৱলত আচ্ছন্ন হৈ আছে। কৃষ্ণহে

একমাত্র চৈতন্য, সনাতন। কেৱল তেৱেঁহে সকলোকে জগাই নিব পাৰে।

"ব্ৰহ্মা আদি কৰি জীৱ যত        ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া শয্যা মাজে আছয় ঘুমটি যাই।
তুমিসে চৈতন্য সনাতন        ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই।।"

হৰিয়ে সৃষ্টি কৰা মায়াই কপটতা গুণক আশ্ৰয় কৰি আমাক মুগ্ধ কৰি আছে। ফলত যথেষ্ট নিকাৰ ভুঞ্জিব লগা হয়। জয় জয়কাৰে কৃষ্ণৰ চৰণত আশ্ৰয় নল'লে মায়াৰ কবলৰ পৰা পৰিত্ৰাণ পাব নোৱাৰি। —

"তোম্মাৰ মায়ায়ে হৰি        কপট গুণক ধৰি
মুহি আছে আমাক সমূলি।
গুচায়োক মায়া স্বামী        তোম্মাৰ চৰণে আমি
ভজিলোহে জয় জয় বুলি।।"

ঈশ্বৰ-সেৱা নকৰাৰ ফলতহে জীৱবোৰে সংসাৰত ঘূৰি ফুৰে। গতিকে মায়াৰ ভ্ৰম আঁতৰ কৰিবলৈ ঈশ্বৰ সেৱা অপৰিহাৰ্য—

ঈশ্বৰ সেৱা        কৰন্তে জীৱৰ
গুচয় মায়াৰ ভ্ৰম।

হৰিৰ চৰণত সেৱা নকৰা পৰ্যন্ত মায়াই জীৱক বান্ধি লৈ ফুৰে। হৰিক সেৱা কৰাৰ পাছত মায়া আঁতৰি যায়—

"হৰি পদ সেৱা        নকৰে নিমিত্তে
মায়ায়ে বান্ধি ফুৰাৰে।
তাৱত মায়াক        নতৰে হৰিত
শৰণ-নলৱে যাৱে।।"

পৰম প্ৰিয়তম আত্মা, পৰম দেৱতা হৰিৰ প্ৰতি বিমুখ হোৱা বাবেহে হৰিৰ মায়াই জীৱবোৰক সাংসাৰিক দুখ-যন্ত্ৰণা ভোগ কৰায়।

"তুমি প্ৰিয় আত্মা        পৰম দেৱতা
তোম্মাত ভৈলো বিমুখ।
এতেকে তোম্মাৰ        মায়ায়ে আমাক
দিলেক সংসাৰ দুখ।"

বিষয়-বাসনৰ প্ৰতি বিৰক্ত ব্ৰহ্মাই বিচৰা নৰদেহ পাই যদি হৰিক ভজনা কৰা নহয়, তেনেহ'লে বিষ্ণুৰ মায়াই বঞ্চনা কৰাটো খাটাং—

"ব্ৰহ্মাৰ প্ৰাৰ্থনা ইটো নৰতনু পায়া
নভজিলে হৰিক বঞ্চিলে বিষ্ণু মায়া।।"

একমাত্ৰ প্ৰাণৰ বন্ধু, কৃপাৰ ঈশ্বৰ কৃষ্ণই অনুমান দয়া কৰিলেহে মায়াক দূৰ কৰিব পৰা যায়।

"হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অণু এক কৰা দয়া মায়া হোক দূৰ।।"

কৃষ্ণহে একমাত্ৰ দেৱতা, যিজনে জীৱৰ দুখ হৰণ কৰে আৰু তেৱেঁই কাল আৰু মায়াৰো গৰাকী। কৃষ্ণৰ বাহিৰে আন কোনো শ্ৰেষ্ঠ দেৱতা আৰু নাই—

"কৃষ্ণ এক দেৱ দুঃখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।"

যিসকলৰ হৰিৰ প্ৰতি ভক্তি নাই অৰ্থাৎ হৰিবিমুখ সেইসকলক মায়াই নানা প্ৰকাৰে দুখ বা নিৰ্যাতন দিয়ে।

"তুমি প্ৰিয় আত্মা পৰম দেৱতা
তোমাৰ ভৈল বিমুখ।
এতেকে তোমাত মায়ায়ে সাক্ষাত
দিলেক পৰম দুখ।।"

এই সংসাৰখন জীৱবোৰৰ কাৰণে পৰম দুখৰ। জীৱবোৰে সহজে দুখৰ পৰা পৰিত্ৰাণ পাব নোৱাৰে। কিয়নো জন্ম-মৃত্যুৰ চক্ৰত ইবোৰ অবিৰাম আৱৰ্তিত। ব্ৰহ্মোপলব্ধি নোহোৱাৰ বাবে বাৰে বাৰে জন্ম লৈ জীৱই নানা নিকাৰ ভুঞ্জিব লগাত পৰে। আনহাতে ক্ষুদ্ৰ সুখৰ বাবে বহু আশা কৰি, ঐহিক তৃপ্তিকে চৰম বা পৰম সুখ বুলি ভাবি জীৱই তুচ্ছ আনন্দত কাল পাত কৰে। স্বপ্ন বা প্ৰপঞ্চৰ দৰে অলীক মানৱ জীৱনৰ মাজত ভ্ৰম বশতঃ সত্য বিচাৰি পোৱা অজ্ঞান জীৱবোৰ মায়া বা অবিদ্যাৰ হাতৰ পুতলা। যেতিয়া মায়া দূৰ হয়, তেতিয়া জীৱই সংসাৰৰ অনিত্যতা সম্পৰ্কে সচেতন হৈ উঠে আৰু তেতিয়া নিজকে ব্ৰহ্মাৰ অংশ বুলি উপলব্ধি কৰিব পাৰে। এই উপলব্ধিয়েই পৰম জ্ঞান। কিন্তু যম বা কাল আৰু মায়াই 'বাঘজালি কৰি' বেঢ়ি থকা অৱস্থাত জালত আবদ্ধ পশুৰ দৰে জীৱৰ অৱস্থা। তেওঁলোকে নিজকে চিনি নাপায়।

মায়া তৰণৰ উপায় হিচাপে 'নামঘোষা'ত একান্ত ভক্তিকে সাৰোগত কৰিব লাগে। হৰি বিমুখতাত যি নিগ্ৰহ, হৰিত আত্ম-সমৰ্পণতেই তাৰ সমাপ্তি। 'মধুমতী' মায়া উন্মত্ত জীৱক সংসাৰৰ দুখ দিওঁতা মধুসূদনৰ হাতত্হে মায়া মৰ্দনৰ ক্ষমতা আছে। গতিকে কোৱা হৈছে—

"নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াৰ নিৰ্বাণ।

আপোনাৰ মহিমা আপুনি বেকত কৰি
জীৱক কৰিও পৰিত্ৰাণ।।"

আৰু "হে কৃষ্ণ স্বামী তয়ু পাৱে আমি
কেৱল শৰণ চাওঁ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেৱেসে প্ৰভু এৰাওঁ।।"

সকলোৰে গৰাকী যেতিয়া কৃষ্ণ, তেওঁৰ চৰণত আশ্ৰয় ল'ব পৰাটো একমাত্ৰ ভকতসকলৰ কাম্য। তেওঁৰ অনুগ্ৰহ লাভ কৰিব পাৰিলেহে তেওঁলোকে মায়াৰ কবলৰ পৰা নিষ্কৃতি পাব পাৰে। আৰু সেই অনুগ্ৰহ পাব পৰা যায়, যদিহে মনক জয় কৰি মহন্তসকলৰ লগত হৰি কীৰ্তন আৰু শ্ৰৱণ ৰসত নিমজ্জিত হোৱা যায়।

'মহন্তৰ সঙ্গে, হৰি কথা ৰসে, হৰিক জিনিয়া'

নিজৰ দেহকেই আত্মা-জ্ঞান কৰাটো অবিদ্যাৰ ফলত হয় আৰু অবিদ্যাই মুগ্ধ কৰাৰ ফলতেই দুঃসঙ্গ আৰু অশুভ বাসনাৰ সৃষ্টি হয়, যাৰ ফলস্বৰূপে ঈশ্বৰ প্ৰাপ্তিৰ পৰা বঞ্চিত হ'ব লগা হয়। অবিদ্যাই অজ্ঞানতা তথা ঐশ্বৰিক জ্ঞান শূন্যতাকেই বুজায়। এই অজ্ঞানতা নাঁতৰালৈকে জীৱই মুক্তি লাভ কৰিব নোৱাৰে তথা আত্মা-ঈশ্বৰক সাক্ষাৎ কৰিব নোৱাৰে।

"আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষ সততে পায়
নপায় জানা তাক অবিদ্যাত।"

এই অবিদ্যা জ্ঞান লাভৰ দ্বাৰাই আঁতৰ কৰিব পাৰি; কিন্তু মায়াক ঈশ্বৰ ভক্তিৰ অবিহনে আঁতৰ কৰিব নোৱাৰি। নামঘোষাত অবিদ্যাৰ প্ৰভাৱো জীৱৰ ওপৰত পৰাৰ দৃষ্টান্ত দেখা যায়—

দুৰ্বাৰ দুঃসঙ্গ দুৰ্বাসনা দুষ্ট
হৰি হৰি হৰি হৰি এ
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত।
অনাত্মা দেহক আত্মা বুদ্ধি কৰি
হৰি হৰি হৰি হৰি এ
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত।

এনেদৰে মায়াৰ স্বৰূপৰ বিষয়ে নামঘোষাত ভালেমান দৃষ্টান্ত মাধৱদেৱে সন্নিবিষ্ট কৰিছে।

# ভক্তি বিবেক গ্ৰন্থৰ 'নাম-মাহাত্ম্য' খণ্ডৰ নামধৰ্মৰ তাৎপৰ্য

ভক্তি বিবেক বৈকুণ্ঠ নাথ ভট্টাচাৰ্য (ভট্টদেৱ) বিৰচিত এখনি সংস্কৃত গ্ৰন্থ। শ্ৰীদামোদৰ দেৱৰ প্ৰয়াণৰ তেইশ বছৰ পিছত এই গ্ৰন্থখন ৰচনা কৰে। ধৰ্মবিমুখী লোকক নাম ধৰ্মৰ মাজলৈ অনাৰ বাবে আৰু নাম ধৰ্মত নিত্য-নৈমিত্তিক কৰ্ম কেনেদৰে বজাই ৰাখিব পাৰি তাক নিৰ্ণয় কৰি দেখুৱাবৰ বাবে ভট্টদেৱে ভক্তি বিবেক গ্ৰন্থ প্ৰণয়ন কৰে।

গীতা-ভাগৱতৰ ওপৰত প্ৰতিষ্ঠিত একশৰণ নাম ধৰ্মৰ ভিতৰত নতুন কথা অৱতাৰণা কৰিবলৈ মহাপুৰুষীয়া দামোদৰী ধৰ্মৰ পন্থত ভক্তি বিবেকৰ যোগেদি ভট্টদেৱে এক সুকীয়া ব্যাখ্যা দাঙি ধৰে। ভট্টদেৱে এই গ্ৰন্থত সন্নিৱিষ্ট কৰা নতুন বিধি বিধানেৰে এই ধৰ্মৰ প্ৰতি বিমুখ সকলকো ওচৰলৈ আনিব পাৰিছিল। সেইফালৰ পৰাও এই গ্ৰন্থৰ যথেষ্ট তাৎপৰ্য বিদ্যমান।

ভক্তি বিবেকত ভাগৱতৰ বাহিৰেও অনেক পুৰাণৰ পৰা শ্লোক উদ্ধাৰ কৰিছে আৰু তাত বাজেও তেওঁ ৰুদ্ৰ যামল, বিষ্ণু যামল আদি শাস্ত্ৰৰ পৰাও যুক্তিযুক্ত মতামত উদ্ধাৰ কৰি আনিছে।

ভক্তি বিবেকত সন্নিৱিষ্ট পোন্ধৰটা অধ্যায়ৰ ভিতৰত 'নাম মাহাত্ম্য'ও অন্যতম। নামৰ মাহাত্ম্য অসীম। অসমৰ একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ মূল হ'ল—নামধৰ্ম। নামৰ ভিতৰত থাকে শ্ৰৱণ, কীৰ্তন, স্মৰণ, বন্দন প্ৰভৃতি নৱ বিধা ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্তন মহাধৰ্ম। পদ্ম পুৰাণত নামৰ সাত কাৰ্যৰ কথা কোৱা আছে। যেনে—

(১) বিষ্ণুৰ নামে মানুহৰ পাপ হৰণ কৰে,
(২) বিষ্ণুৰ নামে পুণ্য দিয়ে,
(৩) বিষ্ণুৰ নামে স্বৰ্গাদি স্থানৰ ভোগৰ পৰা বিৰতি আনে,
(৪) বিষ্ণুৰ নামে গুৰুৰ শ্ৰীপদদ্বয়ত ভক্তি ওপজায়,
(৫) বিষ্ণুৰ নামে বিষ্ণুৰ তত্ত্বজ্ঞান লাভ কৰায়,
(৬) বিষ্ণুৰ নামে জন্ম ভ্ৰান্তিৰ বীজ দহন কৰে,
(৭) বিষ্ণুৰ নামে প্ৰশান্ত সম্পূৰ্ণানন্দ বোধ দিয়ে।

মহাপুৰুষ শঙ্কৰদেৱেও 'কীৰ্তন'ৰ 'নামপৰাধ'ত একেখিনি কথাই সন্নিৱিষ্ট কৰিছে।

নামে সাত কার্য সধাৰ উপৰিও মহা মহা পাপীৰ বাবে নাম হৈছে সৰ্বোত্তম প্ৰায়চিত্ত। ভাগবতৰ পৰা উদ্ধৃতি দি ভট্টদেৱে দেখুৱাইছে যে সোণ অপহৰণকাৰী, সুৰাপাৱী, মিত্ৰদ্ৰোহী, ব্ৰহ্মঘাতী, গুৰুপত্নী-গামী, স্ত্ৰী হত্যাকাৰী, ৰজা আৰু গো হত্যাকাৰী আৰু আন পাপাচাৰী লোকৰ বাবে বিষ্ণুৰ নাম উচ্চাৰণ কৰাই হ'ল উত্তম প্ৰায়চিত্ত।

কেৱল এয়ে নহয়, আন বহুত কাৰ্যও নামেই সমাধা কৰে। যেনে—

(ক) যিজনে নিতৌ নাৰায়ণৰ নাম-কীৰ্তন কৰে মহা-পাতকীও সংকটৰ পৰা উদ্ধাৰ পায়।

(খ) গোবিন্দৰ নাম-কীৰ্তন কৰিলে অভক্ষ্য-ভক্ষণ, আগম্যাগমন পাপ নাশ হয়।

(গ) হত্যাজনিত সহস্ৰ পাপ, গুৰু-পত্নী অপহৰণৰ পাপ গোবিন্দৰ নামে তৎক্ষণাৎ নাশ কৰে।

(ঘ) গো-বধ, স্ত্ৰী-বধ, ব্ৰহ্মবধ আদি পাপ গোবিন্দৰ কীৰ্তনৰ দ্বাৰা দূৰ হয়।

এনেদৰে নাম-মাহাত্ম্যত ভট্টদেৱে বিভিন্ন শ্লোকৰ যোগেদি নামৰ অপৰিসীম মাহাত্ম্যৰ কথা দেখুৱাইছে। বিষ্ণু নামৰ দ্বাৰা সকলো পাপ ক্ষয় হয়। ভট্টদেৱে ব্যাখ্যা কৰিছে— "জানিবা নাজানি কাঠৰ মাজত জুই পেলালে যিদৰে সেই জুয়ে কাঠ দগ্ধ কৰে, সেইদৰে মানুহে জ্ঞাতে বা অজ্ঞাতে ভগৱন্তৰ নাম উচ্চাৰণ কৰিলে তেওঁৰ পাপবোৰ নামে দগ্ধ কৰে।

অৱশ হৈ পৰিলে, নাম-কীৰ্তন কৰিলেও মানুহে সকলো পাপৰ পৰা মুক্তি পায়।

স্কন্দ পুৰাণৰ মতে পৃথিৱীত যিলোকে গোবিন্দৰ নামপৰায়ণ হয়, কীৰ্তন কৰিলেও সহস্ৰ পাপ দূৰ হয়। নামে অকল ইহজন্মৰে নহয়, পূৰ্ব জন্মৰো পাপ নাশ কৰে।

নাম মাহাত্ম্যত অজামিল ব্ৰাহ্মণৰ উদাহৰণ দি কৈছে যে নাৰায়ণৰ নাম উচ্চাৰণ কৰাজনৰ কোটি কোটি পাপৰ প্ৰায়চিত্ত হয়।

তাৰ পিছত বৃহৎ বিষ্ণু পুৰাণ, ভাগৱত, স্কন্দপুৰাণ, পদ্ম পুৰাণ আদিৰ পৰাও শ্লোক তুলি নামৰ মাহাত্ম্য প্ৰকাশ কৰিছে।

(১) 'হৰি'—মাত্ৰ দুই অক্ষৰ থকা নাম উচ্চাৰণ কৰিলে মুক্তি লাভ হয়।

হৰিৰ নামেই যদি সকলো পাপ দূৰ কৰে, তেনেহ'লে আন কোনো প্ৰায়চিত্তৰ আৱশ্যক নাই। এই সম্পৰ্কে ভক্তি বিবেকত ভট্টদেৱে কৈছে যে, হৰিনামে পাপৰ প্ৰায়চিত্ত হিচাপে কাম কৰে। হৰিৰ নামে নাশ কৰিব নোৱাৰা পাপ নাই। মাত্ৰ অতিমাত্ৰা ভয়ৰ বাবেহে প্ৰায়চিত্তৰ কথা কোৱা হৈছে—

(ক) বিষ্ণু নামৰ অশুভ ক্ষয় কৰাৰ অসীম শক্তি আছে।

(খ) হৰি নামে যিমান পাপ হৰণ কৰে, সিমান পাপ কোনো পাতকী নৰে কৰিব নোৱাৰে।

(গ) হৰি নামে দহন কৰিব নোৱাৰা পাপৰ কথা মানুহে শুনা নাই।

হৰি নামৰ ইমান শক্তি থকা সত্ত্বেও দুৰাত্মাসকলে হৰি নামৰ আশ্ৰয় নকৰি নৰকত পৰি যন্ত্ৰণা ভোগ কৰে।

আনহাতে, হৰিনামে যেনেদৰে পাপ নাশ কৰে, তেনেদৰে হৰি নামৰ পুণ্য উৎপাদন কৰা গুণো আছে—

(১) পুৱা, দুপৰীয়া, ৰাতি গোবিন্দৰ নাম ল'লে পুণ্য লাভ হয়।

(২) বিষ্ণুৰ নাম-কীৰ্তনৰ দ্বাৰা তীৰ্থ, দানৰফল লাভ হয়।

(৩) গোবিন্দ কীৰ্তনত, শত ব্ৰহ্মাণ্ড দান বা কোটি কপিলা দানতকৈ অধিক ফল পোৱা যায়।

(৪) বাসুদেৱ নাম লৈ কীৰ্তন কৰিলে শস্যপূৰ্ণা পৃথিৱী দান কৰি পোৱা ফল ভোগৰ সমান ফল লাভ কৰে।

(৫) প্ৰকৃততে নাম লোৱাৰ দ্বাৰা যজ্ঞ, তীৰ্থ, তপ, বেদ অধ্যয়ন আদিতকৈ অধিক ফল পোৱা যায়।

(৬) কোটি অযুত গোদান, অযুত কন্যাদান, সহস্ৰ কোটি তীৰ্থ ভ্ৰমণ আদিতকৈ হৰি কীৰ্তন শ্ৰেষ্ঠ।

(৭) সৰ্বতীৰ্থৰ ফল বিষ্ণুৰ সহায় নামৰ এক অংশৰ সমানো নহয়। হৰি নাম কীৰ্তনত অশেষ পুণ্যৰ কথা কোৱাৰ পিছত হৰিনাম কেনেকৈ স্বৰ্গাদি ভোগৰ পৰা বিৰতি আনে তাকো দেখুৱাইছে। যি লোকৰ এবাৰ শ্ৰীকৃষ্ণ-পাদ-পদ্মৰ যশ-কীৰ্তনৰ সোৱাদ লাভ হয়, তেওঁ দুৰ্গতিপ্ৰদ সুখসমূহত ৰতি নহয়।

হৰিনামৰ মাহাত্ম্যৰ কথাৰ পৰা জানিব পাৰি যে যিয়ে শ্ৰদ্ধাৰে নাৰায়ণ নাম উচ্চাৰণ কৰে, তেওঁৰ অন্তৰ শুদ্ধি হয়। হৰিৰ লীলা-কীৰ্তনৰ পৰা লাভ কৰা ভক্তিয়ে চিত্ত শুদ্ধ কৰে, ভক্তি আৰু মুক্তি লাভ হয়। তাৰ উপৰি ভক্তি পৰায়ণ লোকে পৰম জ্ঞান আৰু পৰমপদ লাভ কৰে। এনেকৈ নামৰ মাহাত্ম্য বৰ্ণাই সকলো শ্ৰুতিৰ মনোৰম বাক্যৰ দ্বাৰা কোৱা হৈছে। নামাদিৰ প্ৰাণ কৰ্তন নাই। দান, ব্ৰত, তীৰ্থ, ৰাজসূয়, অশ্বমেধ যজ্ঞ আদি, অধ্যাত্মজ্ঞান আৰু সকলো দেৱতাই সৰ্বপাপ হৰা আদি শুভ শক্তিসমূহ হৰিয়ে আকৰ্ষণ কৰি নিজৰ নামত থাপি থৈছে। অভয়দাতা শ্ৰীহৰিৰ নাম-কীৰ্তন আৰু শ্ৰৱণ কৰিলে মুক্তিকামীৰ মুক্তি, বিষয়ীৰ বিষয় লাভ আৰু যোগীৰ নিষ্কাম-বিষ্ণু ভক্তি লাভ হয়।

পদ্ম পুৰাণত ধৰ্ম, অৰ্থ-কাম, মোক্ষ লাভৰ অৰ্থে গোবিন্দৰ নাম-কীৰ্তন কৰা কথা আছে। নাম-কীৰ্তনৰ দ্বাৰা হৰিয়ে সন্তোষ লাভ কৰে। গ্ৰহ-ভয়, ভূত-ভয়, ৰাজ ভয়, শোক ভয়, পোক ভয়, দংষ্ট্ৰৰ ভয় ইত্যাদি সকলো ভয়, অস্ত্ৰস্বৰূপ ভগৱন্তৰ নাম-কীৰ্তনে নাশ কৰে।

# অসমত শৈব-ধৰ্মৰ প্ৰাচীনত্ব আৰু শিব উপাসনাৰ প্ৰাধান্য

অতি প্ৰাচীন কালৰে পৰা অসমত (প্ৰাচীন কামৰূপ) শৈব ধৰ্মই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। তদানীন্তন আৰ্য-অনাৰ্য উভয় সমাজত শৈৱ ধৰ্মই বিপুলভাৱে জনপ্ৰিয়তা লাভ কৰি আহিছে। অসমৰ শৈব ধৰ্মৰ এটা প্ৰধান বিশেষত্ব হৈছে, ই তান্ত্ৰিকতাৰ পটভূমিত গঢ়ি উঠিছে আৰু শৈব ধৰ্মৰ সৈতে শাক্ত ধৰ্ম একাকাৰ হৈ পৰিছে। স্বৰূপাৰ্থত শিব আৰু শক্তি অভিন্ন। পুৰুষ আৰু প্ৰকৃতিকেই তন্ত্ৰই শিব আৰু শক্তিৰূপে প্ৰতিপন্ন কৰিছে।

খৃষ্টীয় সপ্তম শতিকাৰ পৰা খৃষ্টীয় দ্বাদশ শতিকাপৰ্যন্ত প্ৰাচীন কামৰূপৰ ৰজাসকলৰ অভীষ্ট বা উপাস্য দেৱতা ৰূপে শিব পূজিত হৈছিল। আন আন দেৱ-দেৱীৰ মঠ-মন্দিৰ-দেৱালয়ৰ তুলনাত শিব-মঠ-মন্দিৰ, দেৱালয়ৰ সংখ্যা অধিক। আনকি সাম্প্ৰতিক কালৰ অসমতো শিবৰ মঠ-মন্দিৰৰ সংখ্যা, অন্যান্য দেৱ-দেৱীৰ মঠ-মন্দিৰতকৈ অধিক।

কালিকা পুৰাণৰ মতে শিব-ক্ষেত্ৰৰ সংখ্যা আন আন দেৱ-দেৱীৰ ক্ষেত্ৰতকৈ প্ৰচুৰ। পশ্চিমে কৰতোয়া নদীৰ পাৰৰ মহাবৃক্ষ-লিঙ্গৰ পৰা আৰম্ভ কৰি পূবৰ বুঢ়া গঙ্গা (বুঢ়ী গাং) নদীৰ পাৰৰ বিশ্বনাথ শিবৰ ক্ষেত্ৰলৈকে শিবৰ থান বা দেৱালয়ৰ সংখ্যা পোন্ধৰ, বিষ্ণুৰ ক্ষেত্ৰ চাৰি আৰু শক্তি বা দেৱীৰ ক্ষেত্ৰৰ সংখ্যা পাঁচ।

যোগিনীতন্ত্ৰৰ মতে প্ৰাচীন কামৰূপত শিব-লিঙ্গৰ সংখ্যা কোটিতকৈ অধিক—

"সাৰ্দ্ধকোটিস্তথা লিঙ্গং ত্ৰিশতঞ্চ কলৌযুগে।
ভূম্যন্তৰস্থং লক্ষঞ্চ সাৰ্দ্ধলক্ষং জলে প্ৰিয়ে।।
দ্বিলক্ষং পৰ্ব্বতে চৈব পঞ্চলক্ষং গুহাসুচ।
ভূমি পীঠ লক্ষ সপ্তং বৃক্ষ মূলে তু লক্ষকং।।
কুণ্ডমধ্যগতঃ লিঙ্গং অৰ্দ্ধ লক্ষং বিজানীহি।"

যোগিনীতন্ত্ৰৰ বৰ্ণনাৰ ওপৰত নিৰ্ভৰ কৰি ক'ব পাৰি যে, নীলাচল পৰ্বতত বিদ্যমান শ্ৰেষ্ঠ মনোভৱ গুহাৰ অভ্যন্তৰত ৰক্তপানীয় ৰূপিণী কামাখ্যা কন্দ-কল্পৰী কোটি লিঙ্গৰ দ্বাৰা সমাকীৰ্ণা।

ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাই অনুমান কৰে যে, নৃপতি জল্পেশ্বৰে প্ৰাচীন কামৰূপত

শিৱ-পূজাৰ পৰম্পৰা প্ৰচলন কৰে। বৰ্তমান পশ্চিমবঙ্গৰ অন্তৰ্ভুক্ত জলপাইগুৰিৰ জল্লেশ্বৰ ৰজাৰ ৰাজধানী আছিল। ৰজা জল্লেশ্বৰ একে নামৰ দেৱালয়ৰ প্ৰতিষ্ঠাতা।

'স্কন্দপুৰাণ'ত জল্প-নামধাৰী কোনো এজন নৃপতিয়ে শিৱ-পূজা কৰাৰ বৰ্ণনা সন্নিবিষ্ট আছে। তেতিয়াৰ পৰা শিৱ লিঙ্গৰ নাম হেনো জল্লেশ্বৰ হ'ল।

"তস্মিঁলিঙ্গে লয়ং প্ৰাপ্তে নৃপে জল্লে বৰাননে।
দেবো জল্লেশ্বৰঃ খ্যাতো দৈবৈৰুক্তো মহীতলে।"

'স্কন্দ পুৰাণ'ত বৰ্ণিত জল্লেশ্বৰ নৃপতিৰ আখ্যান ভাগৰ ওপৰত নিৰ্ভৰ কৰি ড° কাকতিয়ে অনুমান কৰে যে, সেই সময়ত শিৱ-পূজা বিশেষভাৱে প্ৰচলিত হোৱা নাছিল; বৈদিক যাগ-যজ্ঞহে বিস্তৃতভাৱে প্ৰচলিত আছিল। বোধহয় তথাকথিত অভিজাত সমাজৰ দ্বাৰা তেতিয়া শিৱ-পূজাই স্বীকৃতি লাভ কৰা নাছিল; লোক সমাজতহে শিৱ-পূজা সমাদৃত হৈছিল। অৰ্থাৎ তেতিয়ালৈকে শিৱ লোকদেৱতাৰূপে পূজ্য আছিল।

'কালিকা পুৰাণ'ত উল্লেখ আছে—পৰশুৰামৰ ভয়ত সন্ত্ৰাসিত হৈ কিছুমান ক্ষত্ৰিয়ই 'ম্লেচ্ছ ৰূপে' আত্মগোপন কৰি আত্মৰক্ষাৰ্থে 'জল্পীশ শিৱ'ত শৰণ লৈছিল। আৰ্য ভাষা-ভাষী হোৱা সত্বেও তেওঁলোকে ম্লেচ্ছভাষা প্ৰয়োগ কৰিছিল।

মিথিলাৰ পৰা নৰকাসুৰ প্ৰাগজ্যোতিষলৈ আহি ৰাজত্ব কৰাৰ পূৰ্বৰে পৰা কামৰূপ দেশ নিজৰ লীলাভূমিৰূপে শিৱই ৰাখিছিল—

"নিমজ্য ক্ষণমাত্ৰেণ প্ৰাগজ্যোতিষপুৰং গতঃ।
মধ্যগ কামৰূপস্য কামাখ্যা সত্ৰ নায়িকা।।
স চ দেশাঃ স্বৰাজ্যাৰ্থে পূৰ্ব্ব গুপ্তশ্চ শম্ভুনা।"

ইয়াৰ পৰা সহজে বুজিব পাৰি যে নৰকাসুৰ প্ৰাচীন কামৰূপলৈ অহাৰ আগৰে পৰা ইয়াত শৈৱ ধৰ্মৰ প্ৰচলন আছিল। মদ্য-মাংসাসক্ত, জ্ঞান-বিজ্ঞান-বিৱৰ্জিত পীতকায় আৰু মুণ্ডিত কিৰাতসকল এই দেশৰ খিলঞ্জীয়া অধিবাসী আছিল। কিৰাতসকলৰ অধিপতি ঘটক শিৱ-পূজক আছিল আৰু নৰকাসুৰে তেওঁক পৰাজিত কৰে। বিষ্ণুৱে শিৱৰ পৰা অনুমতি লৈ শম্ভুৰ দ্বাৰা ৰক্ষিত কিৰাতসকলক পূবে ললিতা-কান্তাক সীমা কৰি পশ্চিমে সাগৰ পৰ্যন্ত থাপিলে।

ইয়াৰ দ্বাৰা এই কথা ঠাৱৰ কৰিব পাৰি যে আৰ্য সভ্যতা-সংস্কৃতিৰ অগ্ৰদূত নৰকাসুৰৰ ৰাজত্বৰ সময়ৰে পৰা প্ৰাচীন কামৰূপত একাশ্যভাৱে শিৱ উপাসনাৰ অৱসান ঘটে।

শোণিতপুৰাধিপতি বাণ আছিল শিৱ ভক্ত। বিষ্ণু পুৰাণ মতে বাণ, শিৱৰ পৰম ভক্ত আছিল। আনকি ভক্ত বাণৰ ৰক্ষাৰ্থে ত্ৰিশূলপাণি শম্ভুৱে শ্ৰীকৃষ্ণৰ বিপৰীতে যুদ্ধত অৱতীৰ্ণ হৈছিল।

'ভাগৱত' পুৰাণৰ মতেও বাণাসুৰ শৈৱধৰ্মী আছিল। বাণৰ একান্তিকা ভক্তিত সন্তুষ্ট হৈ হৰ-পাৰ্বতীয়ে তেওঁক পুত্ৰ হিচাপে গ্ৰহণ কৰে আৰু বানৰ সন্তুষ্টিৰ বাবে শোণিতপুৰত

গুপ্তভাৱে উভয়ে বাস কৰিবলৈ সন্মত হয়। নৰকাসুৰৰ ৰাজ্যত শিৱ-উপাসনা প্ৰকাশ্যে নহ'লেও গোপনীয়ভাৱে চলি আছিল। আনহাতে, নৰকৰ ৰাজত্বকালতে বশিষ্ঠমুনিয়ে সন্ধ্যাচলত শিৱক আৰাধনা কৰিছিল—

"সন্ধ্যাচলে তত্ৰ মুনিৰাৰাধয়তি শংকৰম্।
ৰশিষ্ঠো ব্ৰহ্মণঃ পুত্ৰস্তং যুৰমনুগচ্ছতম্।।"

নৰকৰ মৃত্যুৰ পিছত প্ৰাচীন কামৰূপত শিৱ-উপাসনা, বামাচাৰ ৰীতিৰ লগত সংমিশ্ৰিত হৈছিল। এই দেশৰ খিলঞ্জীয়া আৰু নব্য অধিবাসী আৰ্যসকলেও বামাচাৰমাৰ্গীয় শিৱ-উপাসনা কৰিছিল। তান্ত্ৰিক বৌদ্ধ ধৰ্মত স্থান লাভ কৰা অপৰাজিতা আৰু উগ্ৰতাৰাই শৈৱতত্ত্বৰ লগত একীভূত হৈছিল আৰু শিৱৰ মঠ-মন্দিৰ-দেবালয়বোৰত তেওঁলোকৰ গুপ্ত উপাসনা চলিছিল।

প্ৰাচীন অসমত শিৱ-উপাসনাৰ প্ৰাধান্য কিদৰে ৰক্ষিত হৈ আহিছে, তাৰ প্ৰমাণ প্ৰাপ্য শাসনাৱলীৰ ওপৰত নিৰ্ভৰ কৰিও দিব পাৰি। ঐতিহাসিক প্ৰমাণেও ঐতিহ্যগত প্ৰমাণ-ৰাশিক সমৰ্থন কৰাৰ সংযোগত প্ৰাচীন অসমত শৈৱ তত্ত্বই (ধৰ্মই) কিদৰে বিস্তাৰ লাভ কৰিছিল, তাৰ স্পষ্ট ইংগিত পোৱা যায়।

খৃষ্টীয় ৭ম শতিকাৰ পৰা ১২শ শতিকালৈকে প্ৰাচীন অসমত ৰাজত্ব কৰা তাম্ৰশাসন কেইখনত শিৱ দেৱতাৰ গৌৰৱ-গৰিমা কীৰ্তন কৰা হৈছে।

বনমাল বৰ্মনৰ 'তেজপুৰ গ্ৰেণ্ট' আৰু 'পৰ্বতীয়া তাম্ৰশাসন'ৰ পৰা জানিব পাৰি যে, ভগদত্ত শিৱৰ উপাসক আছিল। ভগদত্তৰ উত্তৰাধিকাৰী বজ্ৰ দত্তৰ শিৱৰ প্ৰতি একান্তিকা ভক্তি আছিল। তেনেদৰে, ভাস্কৰ বৰ্মনো একনিষ্ঠ শৈৱ আছিল।

'ডুবি শাসন'ৰ মতে বৰ্মন বংশ প্ৰতিষ্ঠাতা নৃপতি পুষ্যবৰ্মনো শিৱৰ উপাসক আছিল।

৭ম শতিকাৰ চীনৰ পৰিব্ৰাজক হিউৱেনচাং 'কামলুপো (কামৰূপ) লৈ আহিছিল আৰু সেই সময়ৰ ভাস্কৰ বৰ্মা ৰজা শিৱ ভক্ত আছিল বুলি কৈ গৈছে।

বৰ্মন বংশৰ পিছত প্ৰাগজ্যোতিষপুৰত শালস্তম্ভ বংশৰ ৰজাসকলে ৰাজত্ব কৰিছিল। তেওঁলোকো শৈৱ আছিল। শালস্তম্ভৰ পিছৰ ষষ্ঠজন উত্তৰাধিকাৰী হৰ্জ্জৰ বৰ্মনে বৰ্তমান তেজপুৰৰ ওচৰত হাটক হেট্‌ক শূলিনৰ (শিৱৰ) এটা মন্দিৰ নিৰ্মাণ কৰাইছিল। তেওঁৰ 'হাইয়ংথল' তাম্ৰশাসনত শিৱক "পৰমেশ্বৰ পৰম ভট্টাৰক পৰম মহেশ্বৰ" ৰূপে স্তুতি কৰা হৈছে। হৰ্জ্জৰ পুত্ৰ বনমাল বৰ্মনো শিৱৰ একনিষ্ঠ সেৱক আছিল।

নগাঁও শাসন'ৰ পৰা নৃপতি বল বৰ্মনেও শিৱ উপাসনা কৰাৰ কথা জানিব পৰা যায়।

'গুৱাকুছি-তাম্ৰশাসন' দুখনিত শিৱ আৰু বিষ্ণুৰ অভিন্নতা স্বীকাৰ কৰা হৈছে। ইন্দ্ৰ পালৰ পুত্ৰ গোপাল বৰ্মনৰ শাসনতো শিৱ-স্তুতি বৰ্ণিত হৈছে। ধৰ্মপালেও তাম্ৰ শাসন শিৱৰ স্তুতিৰে আৰম্ভ কৰিছিল। মহাৰাজ বল্লভদেৱ আৰু তেওঁৰ পিতৃ-মাতৃও শৈৱ আছিল।

কোচ ৰজাসকলো নিষ্ঠাবান শৈৱ আছিল। কোচ ৰজা প্ৰতিষ্ঠাতা বিশ্বসিংহ শিৱ-বীৰ্য-

সম্ভূত বুলি জনশ্রুতিয়ে স্বীকাৰ কৰে। দেৱী পূজক বিশ্বসিংহ, শিৱৰো ভক্ত। তেওঁৰ পুত্ৰ নৰনাৰায়ণৰো শিৱৰ প্ৰতি অগাধ ভক্তি আছিল। কোচ ৰজাসকল যে' শিৱ উপাসক আছিল তাৰ স্পষ্ট সংকেত পোৱা যায় তেওঁলোকৰ মুদ্ৰাত উৎকীৰ্ণ বিশেষণৰ পৰা—

"শ্ৰীশ্ৰী শিৱচৰণ-কমল মধুকৰ।"

মিথৰ পৰা জনা যায় যে বাথৌ শিব্ৰাই'ৰ পৰা বড়ো-কছাৰীসকলৰ উৎপত্তি হৈছে। 'কছাৰী বুৰঞ্জী'ৰ মতেও কছাৰীসকলৰ পিতৃ দেৱতা শিৱ।

ত্ৰিপুৰাৰ নৃপতিসকলেও নিজকে শিৱৰ বংশধৰ বুলি বিশ্বাস কৰে। চুতীয়া-বৰাহীসকলৰ মাজত শিৱদেৱতা 'বুঢ়া' আৰু পাৰ্বতী বা দুৰ্গা 'বুঢ়ী'ৰূপে পৰিচিত। সেইদৰে দেউৰী-চুতীয়া সমাজত শিৱ-পাৰ্বতীক 'গিৰা-গিৰাচি' বা 'পিশ্বাডেমা' (পিচাডেমা), অথবা বুঢ়া-বুঢ়ীৰূপে পূজা কৰে।

ডিমাছা লোক সমাজে বিশ্বাস কৰে যে সৃষ্টিকৰ্তা বাংলাৰাজা আৰু তেওঁৰ পত্নী আড়ি খীডিমাৰ পৰা 'ব্ৰাই শিব্ৰায়' দেৱতাৰ জন্ম হৈছে। তেওঁলোকৰ মতে ব্ৰাই শিব্ৰায় দেৱাদিদেৱ।

তিৱা, ৰাভাসকলেও শিৱক উপাস্য দেৱতা জ্ঞান কৰে।

মহাপুৰুষ শংকৰদেৱৰ জন্মৰ সময়ত শিৱতত্ত্ব বা শৈৱ ধৰ্ম অসমৰ জীৱন্ত ধৰ্ম আছিল। আনকি কুসুম্বৰ ভূঞাই শিৱক পুত্ৰ হিচাপে পাবলৈ উপাসনা কৰাৰ বাবে শংকৰৰূপে অৱতীৰ্ণ হৈছে। গতিকে কুসুম্বৰ ভূঞাও শিৱ পূজক আছিল।

মাধৱদেৱৰ ককায়েকো শিৱৰ উপাসক আছিল। ৰামৰায়ৰ 'গুৰু-লীলা'ত মহাপুৰুষ শংকৰদেৱক শিৱৰ অৱতাৰ বোলা হৈছে।

আহোম স্বৰ্গদেউসকলে নিজকে ইন্দ্ৰ-বংশীয় বুলি বিশ্বাস কৰিলেও তেওঁলোকৰ শিৱৰ প্ৰতি গভীৰ ভক্তি আছিল। তেওঁলোকে শিৱক বুঢ়াগোসাঁই বা বুঢ়া-ডাঙৰীয়া ৰূপে উপাসনা কৰিছিল। সেই সময়ত অসমৰ বিভিন্ন জাতি-উপজাতিৰ মাজত শিৱই প্ৰধান উপাস্য দেৱতাৰূপে স্বীকৃতি লাভ কৰিছিল।

গদাধৰ সিংহ, ৰুদ্ৰসিংহ আৰু শিৱসিংহই অসমৰ বিভিন্ন ঠাইত শিৱ মন্দিৰ, শিৱ দৌল আৰু শিৱ-দেৱালয় নিৰ্মাণ কৰাইছিল। অকল সেয়ে নহয়, স্বৰ্গদেউ ৰুদ্ৰসিংহই 'শিৱ-পুৰাণ' নামৰ গ্ৰন্থও ৰচনা কৰিছিল। অৱশ্যে এইখন পুৰাণ সংস্কৃত শিৱ-পুৰাণৰ সম্পূৰ্ণ অনূদিত পুৰাণ নহয়। তথাপি আংশিকভাৱে অনূদিত হ'লেও শিৱ চৰিত্ৰৰ স্বৰূপ সম্যকভাৱে ব্যঞ্জিত নোহোৱাকৈ থকা নাই। শিৱই জগতৰ একমাত্ৰ জীৱ। মায়া বিমোহিত জীৱই পশু আৰু মায়াৰহিত জীৱই শিৱ। সৎ-চিৎ আনন্দময় শিৱই পৰশিৱ (সদাশিৱ)। তেওঁ অনাথ জীৱৰ (মায়ামোহিত) নাথ আৰু জগতৰ একমাত্ৰ জীৱ—

'অনাথৰ নাথ প্ৰভু জগতৰ জিৱ।' (পদ-২)
পৰশিৱ নিত্য, সত্য, অব্যয়, অচিন্ত্য,
অক্ষয়, নিৰ্মল, শাশ্বত, স্ব-প্ৰকাশক (পদ ১৩৩-৩৪)

শিবৰ পঞ্চম মূৰ্তিয়েই ব্ৰহ্মা। এনেদৰে সমগ্ৰ জগতত আত্মাৰূপে ব্ৰহ্মাৰূপী শিৱই চিৰন্তনভাৱে বিৰাজ কৰাৰ বৰ্ণনা শিৱ পুৰাণখনত বৰ্ণনা কৰাৰ উল্লেখ পোৱা যায়।

সংস্কৃত শিৱ পুৰাণত শিৱৰ নাম শ্ৰৱণ-কীৰ্তন কৰাৰ ওপৰত গুৰুত্ব প্ৰদান কৰাৰ দৰে ৰুদ্ৰসিংহৰ শিৱ পুৰাণতো নাম-কীৰ্তনৰ গুৰু প্ৰদান কৰা দেখা যায়। তাৰ দ্বাৰা ৰুদ্ৰসিংহৰ শিৱ-পুৰাণৰ ওপৰত নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰা বুলি ভাবিব পৰা যায়।

পুৰণি অসমীয়া কবিসকলে তেওঁলোকৰ পদপুথিত শিৱৰ পৌৰাণিক ৰূপৰ লগে লগে লোকায়তৰূপৰ চিত্ৰণত আপেক্ষিকভাৱে অধিক আগ্ৰহান্বিত হোৱা দেখা যায়। ৰুদ্ৰসিংহৰ 'শিৱ-পুৰাণ' এই পৰম্পৰাৰ সাৰ্থক ব্যতিক্ৰম; কিয়নো অসমীয়া শিৱ পুৰাণত শিৱৰ লোকায়ত ৰূপৰ বৰ্ণনা অকণো নাই; বৈদিক আৰু পৌৰাণিক শিৱ-ৰুদ্ৰৰ অবিমিশ্ৰ বৰ্ণনাই গ্ৰন্থখনিত বিশেষভাৱে পৰিবেশন কৰা দেখা যায়।

বৰ্তমান সময়তো বৈষ্ণৱ ধৰ্মীলোকৰ এচামে শিৱ মন্দিৰ দৰ্শন আৰু শৰাই-শলিতা আগবঢ়াই শৈৱ-ধৰ্মৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাৰ নিদৰ্শন নথকা নহয়। আনকি শিৱৰাত্ৰীৰ দিনা ঠায়ে ঠায়ে পূজা-উপাসনা কৰাও দেখা যায়।

প্ৰকাৰন্তৰে অতীজৰে পৰা এতিয়ালৈকে অসমত বৈষ্ণৱ, শাক্ত আৰু শৈৱ ধৰ্মৰ সমন্বয় তথা সহৱস্থান দেখিবলৈ পোৱা যায়।

---

# 'শ্ৰীশ্ৰী চণ্ডী'ৰ অন্তৰ্গত প্ৰধান আখ্যান তিনিটাৰ বৈশিষ্ট্য আৰু ৰচকে কি কি পুৰাণৰ পৰা কথা সংগ্ৰহ কৰিছে—এটি আলোচনা

ওঠৰশ শতিকাত ৰচিত ৰুচিনাথ কন্দলিৰ 'শ্ৰীশ্ৰী চণ্ডী' গ্ৰন্থখন অসমত দেৱী পূজা পৰম্পৰাৰ এক উজ্জ্বল নিদৰ্শন। এইখন এখন বৰ্ণনাত্মক ভক্তিকাব্য।

বেলেগ বেলেগ পুৰাণসমূহৰ পৰা প্ৰয়োজনীয় সমলসমূহ সংগ্ৰহ কৰি 'মধু কৈটভ বধ', 'মহিষাসুৰ বধ' আৰু 'শুম্ভ-নিশুম্ভ বধ' শীৰ্ষক তিনিটা সুকীয়া মিথ তথা আখ্যান লগ লগাই, লগতে নিজৰ কিছু কথাও যোগ দি কন্দলিয়ে দেৱীকেন্দ্ৰিক কাহিনী এটা উপস্থাপন কৰিছে।

কাহিনীটোৰ কেন্দ্ৰবিন্দু হ'ল—দুৰ্গা বা চণ্ডী দেৱীৰ মাহাত্ম্য প্ৰদৰ্শন। কাব্যখনৰ আৰম্ভণিৰ পৰা দশম মাহাত্ম্যলৈকে দেখুওৱা ইন্দ্ৰৰ দ্বাৰা সুকৃৰ মুনিৰ সত্যধৰ্ম পৰীক্ষা, সুৰথ সমাধিৰ কাহিনী, মধুকৈটভ বধ, ৰম্ভাসুৰ-মহিষাসুৰ বধ, শুম্ভ-নিশুম্ভ নিধন, চণ্ড-মুণ্ড বধ, সপ্ত মাতৃকাৰ আৱিৰ্ভাৱ আৰু দানৱ-দলন, ৰক্তবীজ বধ প্ৰভৃতি ঘটনাবোৰ দেৱীৰ মাহাত্ম্য প্ৰকাশক উপাদান মাথোন। কবিয়ে কাব্যখনত এই উপাদানবোৰৰ জৰিয়তে ক্ৰমবৰ্ধিতভাৱে ভক্ত-বৃন্দৰ বা পাঠক সমাজৰ দৃষ্টি আকৰ্ষণ কৰি নি শেষত দেৱী-ভক্তিৰ প্ৰতি তেওঁলোকৰ মন নিমজ্জিত কৰিছে। কন্দলিয়ে 'দেৱী স্তুতি' আৰু 'চণ্ডী-পাঠ'ৰ ফলশীৰ্ষক অংশত চণ্ডী তত্ত্বকেই প্ৰতিপাদন কৰিছে আৰু তাৰ মাজেৰেই কাব্যখনৰ ধৰ্মীয় বা দাৰ্শনিক তাৎপৰ্য প্ৰকাশ পাইছে। দাৰ্শনিক মতবাদৰ সাদৃশ্যৰ বাবেই এই গ্ৰন্থখন বৈষ্ণৱ, শাক্ত, শৈৱ, সৌৰ, গাণপত্য প্ৰভৃতি সকলো সম্প্ৰদায়ৰ মাজত সমাদৃত হৈছে। দেৱী মাহাত্ম্য প্ৰদৰ্শন কৰাটোৱেই বেলেগ বেলেগ আখ্যান তিনিটা অৱতাৰণা কৰাৰ প্ৰধান বৈশিষ্ট্য।

কবিয়ে ঘাইকৈ মাৰ্কণ্ডেয় পুৰাণ, ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ, বামন পুৰাণ আৰু কালিকা পুৰাণৰ পৰা প্ৰয়োজনীয় সমল সংগ্ৰহ কৰিছে। উক্ত সংস্কৃত পুৰাণসমূহৰ পৰা প্ৰয়োজন মতে অসমীয়ালৈ অনুবাদ কৰিছে। লগতে কন্দলিয়ে গ্ৰন্থখনৰ কাহিনী-প্ৰবাহ পূৰ্ণাঙ্গ আৰু ৰসাল কৰাৰ উদ্দেশ্যে কিছুমান নিজা কথাও সংযোজন কৰিছে।

উপৰিউক্ত পুৰাণ চাৰিখনৰ ভিতৰত মাৰ্কণ্ডেয় পুৰাণৰ 'দেৱী-মাহাত্ম্য' খণ্ডই কাব্যখনৰ ঘাই উপজীব্য। কাৰণ এই অংশটোৰ ঘটনা, চৰিত্ৰ, কাৰ্য আৰু উদ্দেশ্যৰ লগত কন্দলিৰ

কাব্যৰ বিষয়-বস্তুখিনি মিলি গৈছে। সুকীয়া গ্ৰন্থ হিচাপে থকা দেৱী মাহাত্ম্য ব্যৱহাৰ কৰা তেওঁৰ প্ৰয়োজন নহ'ল। তথাপি বেদব্যাস ৰচিত সংস্কৃত মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত 'দেৱী মাহাত্ম্য'ত থকাৰ দৰে এই গ্ৰন্থতো কবিয়ে চণ্ডী দেৱীক সৰ্বশক্তি সম্পন্নাৰূপে প্ৰতীয়মান কৰিছে। তেওঁ এই জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ অধিকাৰিণী। সংসাৰ মায়াৰ সৃষ্টি, ভগৱতী মহা মায়াইহে কৰিছে। তেওঁক আৰাধনা কৰি তুষ্ট কৰিব পাৰিলে মানুহক মুক্তিপ্ৰদ ফল দান কৰে। তেৰেঁই জীৱৰ মুক্তিৰ উত্তম হেতুস্বৰূপা, সনাতনী ব্ৰহ্মজ্ঞানস্বৰূপ বিদ্যা। তেওঁ সংসাৰ বন্ধন, জন্ম আৰু মৃত্যু আদিৰ হেতু; তেওঁ দেৱতাবিলাকৰো ঈশ্বৰী। তেওঁ প্ৰধান তিনিজনা দেৱতা—ব্ৰহ্মা, বিষ্ণু, মহাদেৱ প্ৰভৃতিৰো জন্মদাত্ৰী। গতিকে বিশ্ব ব্ৰহ্মাণ্ডত তেওঁতকৈ আন কোনো পৰম শক্তি নাই। তেওঁ সৰ্বজ্ঞা, সৰ্বব্যাপ্তা, সৰ্বকৰ্ত্ৰী আৰু ঈশ্বৰৰো ঈশ্বৰী।

দেৱীয়ে ক্ষেত্ৰ, কাল আৰু প্ৰয়োজনীয়তা অনুযায়ী বেলেগ বেলেগ অৱতাৰ ধাৰণ কৰে। তেওঁ পতিত পাৱনী, বিপদ তাৰিণী, জগজ্জননী। তেওঁ সহস্ৰ নামেৰে বিভূষিতা; যেনে—দুৰ্গা, চণ্ডী, ভগৱতী, কালী, কামাখ্যা, কৌশিকী, কাৰ্ত্তিকী, চামুণ্ডা, মহাব্ৰহ্মানী, বৈষ্ণৱী, মাহেশ্বৰী, মহামায়া, চণ্ডিকা, কৌমাৰী, কাত্যায়নী, মহাগৌৰী, তাৰা, ভূবনেশ্বৰী, ভৈৰৱী, ছিন্ন মুস্তা, কমলা, শাকম্ভৰী, মহালক্ষ্মী, সৰস্বতী, বামাচাৰী, নাৰসিংহী বাৰাহী, শিৱ-দূতী, উগ্ৰতাৰা ইত্যাদি। তেওঁ সকলো কাৰ্য-কাৰণৰ হেতু।

বিভিন্ন সময়ত বৰলাভ কৰি দৈত্য-দানৱে অজেয় শক্তিশালী হৈ ইন্দ্ৰাদি দেৱতাসকলক স্বৰ্গৰাজ্যৰ পৰা বিতাৰিত কৰিছিল। সেই স্বৰ্গচ্যুত দেৱতাসকলে অশেষ কষ্ট ভূগি শেষত ভগৱতীক স্তুতি কৰিছিল। দেৱতাৰ প্ৰাৰ্থনাত তুষ্ট হৈ দেৱীয়ে নানা অৱতাৰ ধৰি অসুৰগণক বধ কৰি দেৱগণক শান্তি প্ৰদান কৰিছিল।

মাৰ্কণ্ডেয় পুৰাণৰ ৮৫ আৰু ৯১ অধ্যায়ত দেৱতাসকলৰ দেৱীস্তুতি বৰ্ণিত হৈছে। কন্দলিয়ে শ্ৰীশ্ৰীচণ্ডীৰ একাদশ মাহাত্ম্যত সেই দেৱীস্তুতি সন্নিৱিষ্ট কৰিছে। আচলতে ইয়াতেই সৰ্বগুণময়ী, সৰ্বশক্তিমতী, সৰ্বকাৰ্যকাৰিণী দেৱী ভগৱতীৰ স্বৰূপ প্ৰকাশ পাইছে। এইখিনিয়েই কবিৰ গ্ৰন্থৰ কেন্দ্ৰবিন্দু। এই সাৰতত্ত্বখিনি জনসমাজত দাঙি ধৰাৰ উদ্দেশ্যে কবিয়ে উক্ত পুৰাণৰ উপৰিও বামন পুৰাণ, ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ, কালিকা পুৰাণ আৰু সম্ভৱ দেৱী ভাগৱতৰ পৰা সমল সংগ্ৰহ কৰিছে।

কন্দলিয়ে গ্ৰন্থৰ আৰম্ভণিতে সিদ্ধিদাতা, গণেশক নমস্কাৰ কৰিছে—'ওঁ নমো গণেশায়। তাৰ পিছত তেওঁ দুৰ্গা দেৱীক নমস্কাৰ জনাইছে—'শ্ৰীশ্ৰী দুৰ্গায়ৈ নমঃ'। তাৰ পিছতেই তেওঁ দুৰ্গা দেৱীৰ উদ্দেশ্যে এটি সংস্কৃত শ্লোকেৰে স্তুতি নিবেদন কৰিছে—

'নমস্তে সৰ্বমঙ্গল্যে নমস্তে সৰ্বসিদ্ধিদে।
নমস্তে সৰ্বদেৱেশি দুৰ্গে দেৱী নমহস্তুতে।।'

এইটো দুৰ্গা দেৱীৰ উপাসনা-সম্পৰ্কীয় পৰিচিত শ্লোক; কিন্তু মাৰ্কণ্ডেয় পুৰাণৰ দেৱী মাহাত্ম্য খণ্ডত নাই। কবিয়ে সম্ভৱ আন শাস্ত্ৰৰ পৰা সংগ্ৰহ কৰিছে।

'মঙ্গলাচৰণ'ৰ পদ কেইফাকি কবিয়ে নিজাকৈ ৰচনা কৰিছে। আচলতে 'পূৰ্ব কথা' শিৰোনামাৰ পৰাহে গ্ৰন্থখনিৰ মূল কথা আৰম্ভ হৈছে। মাৰ্কণ্ডেয় পুৰাণৰ প্ৰথম অধ্যায়ৰ ১৭ নম্বৰ শ্লোকপৰ্যন্ত কন্দলিয়ে অনুবাদ কৰা নাই; কেৱল মুনি জৈমিনিয়ে যে মাৰ্কণ্ডেয় ঋষিক ভালেমান প্ৰশ্ন কৰিছিল, তাৰে আভাস মাত্ৰ দুটা শাৰীত উল্লেখ কৰিছে—

'পূৰ্বত জৈমিনি নামে তপোধন মুনি।
পুছিলা শঙ্কাতে মাৰ্কণ্ডেয়ত আপুনি।'

ইয়াৰ ঠিক পিছৰ কথাখিনি ১৮, ১৯, ২০, ২১ আৰু ২২ নম্বৰ শ্লোকৰ কথাৰ আভাস মাত্ৰ। তাৰ পিছৰ কথাৰ লগত প্ৰথম অধ্যায়ৰ বাকী কথাৰ মিল নাই। কবিয়ে তৃতীয় অধ্যায়ৰ আলমত বিপুলস্বান মুনিৰ দুই পুত্ৰ সুকৃষ আৰু তুম্বুৰু; সুকৃষৰ চাৰি পুত্ৰৰ উল্লেখ কৰিছে। ইন্দ্ৰই বৃদ্ধ পক্ষীৰূপ লৈ সুকৃষ মুনিক নৰমাংস খোজা, পুত্ৰসকলৰ অভিশাপপ্ৰাপ্তি আদি ঘটনা উপস্থাপন কৰিছে। ইয়াৰ পিছত কন্দলিয়ে দ্বিতীয় অধ্যায়ৰ ঘটনা সন্নিবিষ্ট কৰিছে। ইয়াত কবিয়ে পক্ষীৰূপ লৈ জন্ম পোৱা চাৰি পুত্ৰৰ পূৰ্বজন্মৰ কথা কৈছে। অৰ্থাৎ কন্ধ আৰু মদনিকাৰ গৰ্ভত বপু নামৰ অপ্সৰাই তাৰ্ক্ষি নামেৰে জন্ম লয়। আনহাতে মন্দপাল নামৰ এজন ঋষিৰ চাৰিটি পুত্ৰ আছিল; তাৰে ভিতৰত জ্যেষ্ঠ জনৰ নাম আছিল জৰিতাৰি আৰু কনিষ্ঠজনৰ নাম দ্ৰোণ। এই দ্ৰোণে তাৰ্ক্ষিক বিয়া কৰে। তাৰ্ক্ষিয়ে যথা সময়ত গৰ্ভধাৰণ কৰাৰ সাত পক্ষকাল অতীত হোৱাত তাই এদিন কুৰুক্ষেত্ৰ যুদ্ধত উপস্থিত হ'ল। সিদিনা ভগদত্ত আৰু অৰ্জুনৰ মাজত যুদ্ধ চলিছিল। হঠাতে অৰ্জুনৰ শৰ আহি তাৰ্ক্ষিৰ পেট ফালি দিলে; তেতিয়া তাইৰ পেটত থকা কণী চাৰিটা সৰি পৰিল। ঠিক সেই সময়তে ভগদত্তৰ হাতী সুপ্ৰতীকৰ ডিঙিত থকা ঘণ্টাটোও খহি পৰি কণী চাৰিটা ঢাকি ৰাখিলে। কিছুদিনৰ ভিতৰতে কণীৰ পৰা চাৰিটা চৰাই পোৱালী জন্মি ঘণ্টাৰ ভিতৰত চি-চিয়াঁই থাকিল। যুদ্ধ অৱসানৰ পিছত শিষ্যবৰ্গৰ সৈতে শমীক মুনি সেই ঠাইলৈ আহিছিল। তেওঁ দৈৱক্ৰমে চৰাই পোৱালী চাৰিটা উদ্ধাৰ কৰিলে আৰু আশ্ৰমলৈ নি সিহঁতক লালন-পালন কৰিলে। সিহঁত ডাঙৰ হৈ মুনিৰ আজ্ঞা লৈ বিন্ধ্য পৰ্বতত থাকিলগৈ। এই পক্ষী চাৰিটাই হ'ল সুকৃষ মুনিৰ অভিশপ্ত চাৰি পুত্ৰ। পক্ষী চাৰিটাৰ নাম হ'ল—পিঙ্গাক্ষ, বিবোধ, সুপুত্ৰ আৰু সুমুখ।

ইয়াৰ পিছত কবিয়ে উল্লেখ কৰিছে—

'হেন শুনি জয়মিনি বিন্ধ্যাগিৰি যাই।
পুছিলা অনেক কথা-সিসবক পাই।।'

এই কথাখিনি মাৰ্কণ্ডেয় পুৰাণৰ চতুৰ্থ অধ্যায়ত থকা বিস্তৃত বৰ্ণনাৰ আভাস মাত্ৰ। আকৌ পুৰাণখনৰ ৫৩, ৬১, ৬২, ৬৩, ৬৪, ৬৫, ৬৬ আৰু ৬৭ অধ্যায়ত স্বায়ম্ভুব আৰু স্বাৰোচিষ মনুৰ বৰ্ণনা দীঘলীয়াকৈ দিয়া আছে। কন্দলিয়ে সেইবোৰত গুৰুত্ব দিয়া নাই। ইয়াৰ কাৰণ হ'ল—তেওঁ শ্ৰীশ্ৰী চণ্ডীৰ মাহাত্ম্যহে দাঙি ধৰিব খুজিছে, বাকীবোৰ কথা

আনুষঙ্গিক মাত্র। গতিকে তেওঁ চণ্ডী-মাহাত্ম্য বৰ্ণিত মাৰ্কণ্ডেয় পুৰাণৰ ৮১-৯৩ অধ্যায়ৰ পৰা বিষয়বস্তু গুৰুত্ব সহকাৰে গ্ৰহণ কৰিছে। সেইবুলি ইয়াতো তেওঁ পুৰাণৰ প্ৰতিটো শ্লোক যথাযথ অনুবাদ কৰি দিয়া নাই; মাজে মাজে আন অধ্যায়ৰ পৰাও কথা টানি আনি জোৰা লগাই দিছে। তদুপৰি উক্ত পুৰাণখনত থকা বিষয়বস্তু বা কাহিনীৰ বা ধাৰাবাহিকতা বিদ্যমান, সেয়া কন্দলিৰ ৰচনাত পোৱা নাযায়। কেতিয়াবা তেওঁ সংস্কৃত শ্লোক একোটাৰ বিষয়বস্তু বহলাই লিখিছে, কেতিয়াবা আকৌ কেবাটাও শ্লোকৰ কথা দুপদীৰ পদতে লিখিছে, কোনো ক্ষেত্ৰত আকৌ পুৰাণৰ শ্লোক বাদ দিছে, অৰ্থাৎ কন্দলিয়ে নিজৰ সুবিধা বা পৰিকল্পনা অনুযায়ী মুক্ত মনে লিখি গৈছে।

শ্ৰীশ্ৰী চণ্ডীৰ প্ৰথম মাহাত্ম্যৰ আৰম্ভণিৰ পদ ছয়শাৰী মাৰ্কণ্ডেয় পুৰাণৰ ৮১ অধ্যায়ৰ আৰম্ভণিৰ কথাৰ লগত মিলে। কিন্তু পিছৰ কথাখিনি কবিয়ে ব্ৰহ্মবৈবৰ্ত পুৰাণৰ 'প্ৰকৃতি খণ্ড'ৰ পৰা আহৰণ কৰিছে। তেওঁ লিখেছে—

> 'ৰাজাৰ বৈশ্যৰ জন্ম-কৰ্ম-কথা যত।
> ব্ৰহ্মবৈবৰ্তৰ আছে প্ৰকৃতি খণ্ডত।।'

প্ৰকৃতিখণ্ডৰ মতে কথাবস্তু এনে ধৰণৰ—দেৱগুৰু বৃহস্পতিৰ ভাৰ্যা তাৰাৰ গৰ্ভত আৰু চন্দ্ৰৰ ঔৰষত বুধৰ জন্ম হয়। এদিন বুধে নন্দন বনত ঘূৰি ফুৰোঁতে কুবেৰ আৰু ঘৃতাচৰীৰ সুন্দৰী কন্যা চিত্ৰাক গন্ধৰ্ব বিধি অনুসাৰে বিবাহ কৰে। চিত্ৰাৰ তনয় হ'ল—চৈত্ৰ; এওঁ সপ্তদ্বীপা পৃথিবীৰ অধিপতি হয়। স্বাৰোচিষ মনুৰ দিনত এওঁ বৰ প্ৰভাৱশালী ৰজা আছিল। অধিৰথ নৰপতিৰ পুত্ৰ আছিল মহা-কীৰ্তিৱন্ত নৰেশ্বৰ সুৰথ। সুৰথে বহুকাল ৰাজত্ব কৰাৰ পিছত দুষ্ট ৰজাবিলাক তেওঁৰ শত্ৰু হৈ পৰে। শেষত স্বায়ম্ভুৱ মনুৰ বংশজাত নন্দী নৰপতিয়ে সুৰথ ৰজাৰ কোলানগৰী আক্ৰমণ কৰি তেওঁক পৰাজয় কৰে। তেতিয়া সুৰথ ৰজাই মনৰ বেজাৰত ৰাজ্যভাৰ এৰি বনলৈ গুচি যায়।

এই কাহিনীৰ পৰৱৰ্তী কথাখিনি মাৰ্কণ্ডেয় পুৰাণৰ ৮১ তম অধ্যায়ৰ পৰা লোৱা হৈছে। কেনেকৈ সুৰথ ৰজাই মেধস মুনিৰ আশ্ৰমত থাকিবলৈ ল'লে, কিদৰে পূৰ্বৰ চিন্তাই তেওঁক পীড়া কৰিব ধৰিলে, মুনিৰ আশ্ৰমৰ কাষত ঘূৰি ফুৰা সমাধি নামৰ বৈশ্য এজনৰ লগত কিদৰে ৰজাৰ দেখাদেখি হ'ল, দুয়ো গৈ মেধস মুনিৰ ওচৰত মানসিক অশান্তিৰ কথা কোৱাত মুনিয়ে তেওঁলোকক কিদৰে বৈষয়িক আকৰ্ষণ বা পাৰ্থিব মোহৰ তাৎপৰ্য ব্যাখ্যা কৰি আধ্যাত্মিক তত্ত্বৰ মহত্বৰ বিষয়ে বুজাই দিলে, কিদৰে দেৱী-মাহাত্ম্যৰ তত্ত্ব দাঙি ধৰিলে, ইত্যাদি কথা ইয়াত পোৱা যায়। তদুপৰি মধু আৰু কৈটভ নামৰ দুজন দৈত্যৰ সৃষ্টি, সিহঁতৰ বল-বিক্ৰম, দেৱী মহামায়াৰ কৃপাত সিহঁতৰ নিধন, ইত্যাদি কথা শ্ৰীশ্ৰী চণ্ডীৰ প্ৰথম মাহাত্ম্যত উপস্থাপন কৰা হৈছে। এইখিনি মাৰ্কণ্ডেয় পুৰাণৰ ৮১তম অধ্যায়বো কথা।

দ্বিতীয় মাহাত্ম্যত কন্দলিয়ে ৰম্ভা দৈত্য আৰু মহিষাসুৰৰ কাহিনী 'কালিকা পুৰাণ'ৰ পৰা গ্ৰহণ কৰিছে। গ্ৰন্থকাৰৰ পৰিচয় প্ৰসংগত কবিয়ে উল্লেখ কৰিছে—

'মহিষৰ জন্ম কথা        শাপ বৰ পাইলা যথা
সংক্ষেপে ৰচিলো পদ কৰি।
কালিকা পুৰাণ চাই        আত দিলো মিহলাই
পূৰ্ব্ব কবি পথ অনুসৰি।।'

কালিকা-পুৰাণত কাহিনীটো এনে ধৰণেৰে পোৱা যায়—দৈত্যই বিশেষ বৰ লাভৰ কাৰণ কি তাকে সগৰে (ৰজা) সোধাত ঔৰ্ব্ব মুনিয়ে কয় যে ৰম্ভাসুৰে মহাদেৱক সদায় পূজি আহিছে। সেই দৈত্যই একনিষ্ঠচিত্তে ঘোৰ তপস্যা কৰি মহাদেৱক তুষ্ট কৰা, সদাশিৱে তাক দেখা দি কি বৰ লাগে সুধিলে। তেতিয়া ৰম্ভা দৈত্যই কৰযোৰে ক'লে যে সি অপুত্ৰক, যদিহে প্ৰভুই বৰ দিব খোজে তেন্তে তিনি জনমত স্বয়ং মহাদেৱেই তাৰ পুত্ৰ হিচাপে জন্মিব লাগে। সেই পুত্ৰজন দেৱতা, যক্ষ, ৰাক্ষস আৰু দানৱৰ অবধ্য হ'ব লাগে, সি চিৰযুগ মহা যশমান লক্ষ্মীবান আৰু ত্ৰিভুৱনত অদ্বিতীয় বীৰ হ'ব লাগে। মহাদেৱে 'তথাস্তু' বুলি কৈ অন্তৰ্ধান হ'ল। ইয়াৰ পিছত গৃহাভিমুখী ৰম্ভাসুৰে বাটত তিনি বছৰীয়া ঋতুমতী চিত্ৰবৰ্ণা সুন্দৰী মহিষী এজনীক দেখি কাম-বিমোহিত হৈ তাইক ৰমণ কৰিলে। যথা সময়ত মহিষীৰ পৰা মহিষাসুৰৰ জন্ম হ'ল। ৰম্ভাসুৰে পুত্ৰক স্ব-গৃহলৈ পঠাই দি সি নিৰ্জন স্থানত ৰ'ল। দেৱঁৰাজে নাৰদৰ মুখত এই কথা শুনি তেওঁ ৰম্ভাসুৰক বধ কৰে। ইপিনে পিতাকৰ নিধন বাৰ্তা শুনি মহিষাসুৰ অতিশয় ক্ৰোধান্বিত হ'ল। তেতিয়া সি নাৰদৰ উপদেশ মতে তপ কৰি জগত পালকৰ পৰা ত্ৰিভুৱনৰ অধীশ্বৰ হোৱাৰ বৰ লাভ কৰিলে। আনহাতে দৈত্য গুৰু শুক্ৰাচাৰ্যৰ পৰা কামৰূপ মন্ত্ৰও লাভ কৰিলে। এদিন মহিষাসুৰে নাৰীৰূপ ধৰি কাত্যায়ন মুনিৰ শিষ্য তপস্যাৰত ৰৌদ্ৰাশ্বক মোহিত কৰি তেওঁৰ তপ ভঙ্গ কৰিলে। তেতিয়া কাত্যায়ন মুনিয়ে খঙত মহিষাসুৰক অভিশাপ দিলে যে যি নাৰী ৰূপৰ ছলনাত তেওঁৰ শিষ্যৰ তপস্যা বিঘ্নিত হৈছে, সেই নাৰীৰ হাতত মহিষাসুৰৰ মৃত্যু হ'ব। এনেদৰে কন্দলিয়ে কালিকা পুৰাণৰ ঘটনাটি দাঙি ধৰিছে—

'যিটো ৰূপ ধৰি        আসি ছদ্ম কৰি
শিষ্যক মোহিলি মোৰ।
শুনৰে দুৰ্মতি        এমত যুৱতী
মাৰ চিন্তিবেক তোৰ।।'

কাত্যায়ন ঋষিৰ পৰা মহিষাসুৰে এনে নিষ্ঠুৰ অভিশাপ পোৱাৰ পিছতো তাৰ কোনো অনুতাপ হোৱা দেখা নগ'ল; সি চৰাচৰ প্ৰাণীবৰ্গক দিনে-ৰাতিয়ে অত্যাচাৰ কৰিব ধৰিলে। আনকি, সি বলৰ গৰ্বত উন্মত্ত হৈ ইন্দ্ৰৰ পৰা স্বৰ্গৰাজ্য কাঢ়ি ল'বলৈ মনস্থ কৰিলে।

ইয়াৰ ঠিক পিছৰ কথাখিনি (অৰ্থাৎ 'সিবেলা দেৱৰ... ...বোলা দুৰ্গা-শিব-ৰাম' লৈকে) কন্দলিয়ে 'কালিকা পুৰাণ'ৰ পৰা নলৈ 'মাৰ্কণ্ডেয় পুৰাণ'ৰ ৮২তম অধ্যায়ৰ পৰা লৈছে। ঘটনা এনে ধৰণৰ—দেৱৰাজ পুৰন্দৰ আৰু দৈত্যৰাজ মহিষাসুৰৰ মাজত এশ বছৰ জুৰি যুদ্ধ হয়। শেষত দেৱতাবিলাকৰ সৈন্যই হাৰ মানে। তেতিয়া মহিষাসুৰ স্বৰ্গৰ অধিপতি হয়।

দেৱতাবিলাকৰ পানীত হাঁহ নচৰা অবস্থা হ'ল। সিবিলাকে মানুহৰ দৰে পৃথিৱীত ঘুৰি ফুৰিব ধৰিলে। শেষত নিঠৰুৱা দেৱতাবিলাকে তেওঁলোকৰ দুৰৱস্থাৰ কথা ব্ৰহ্মাক অৱগত কৰি মহাদেৱ আৰু বিষ্ণু থকা ঠাইলৈ গমন কৰিলে। তেওঁলোকে হৰি-হৰক ক'লে যে মহিষাসুৰে সূৰ্য, ইন্দ্ৰ, অগ্নি, বায়ু, বৰুণ, চন্দ্ৰ, যম আৰু অন্যান্য দেৱতাবিলাকৰ অধিকাৰ কাঢ়ি লৈছে। গতিকে তেওঁলোকে অসুৰ বধৰ উপায় চিন্তা কৰিব লাগে। দেৱতাবিলাকৰ ওপৰত কৰা অত্যাচাৰৰ কথা শুনি শিৱ-বিষ্ণুৰ খং উঠিল, ব্ৰহ্মাও কুপিত হ'ল। তেতিয়া ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ আৰু অন্যান্য দেৱতাৰ শৰীৰৰ পৰা তেজ-পুঁজ বাহিৰ হৈ একগোট হ'ল আৰু তাতে এক নাৰীমূৰ্তিয়ে দেখা দিলে। শঙ্কৰৰ গাৰ পৰা ওলোৱা তেজেৰে এই নাৰীৰ মুখ তৈয়াৰ হ'ল; সেইদৰে যমৰ তেজৰ পৰা চুলি, বিষ্ণুৰ তেজৰ পৰা বাহু, চন্দ্ৰৰ তেজেৰে স্তনযুগল, ইন্দ্ৰৰ তেজেৰে মধ্যদেশ, বৰুণৰ তেজেৰে জংঘা আৰু উৰু, পৃথিৱীৰ তেজেৰে নিতম্ব, ব্ৰহ্মাৰ তেজেৰে চৰণ-দুখনি, সূৰ্যৰ তেজেৰে ভৰিৰ আঙুলি, বসুৰ তেজেৰে হাতৰ আঙুলি, কুবেৰৰ তেজেৰে নাক, প্ৰজাপতিৰ তেজেৰে দাঁতবোৰ, অগ্নিৰ তেজেৰে চকু তিনিটা, দুই সন্ধ্যাৰ তেজেৰে স্ৰৱ আৰু পৱনৰ তেজেৰে তেওঁৰ কাণ দুখন হ'ল। বিশ্বকৰ্মা আদি অন্যান্য দেৱগণৰ তেজে সেই মঙ্গলময়ী দেৱীৰ সৃষ্টিত সহায় কৰিলে। তেওঁক দেখি দেৱতাসকল পৰম আনন্দিত হ'ল। (মাৰ্কণ্ডেয় পুৰাণ ৮২/১-১৮)।

ইয়াৰ পিছত বিভিন্ন দেৱতাই অস্ত্ৰ-শস্ত্ৰ দি দেৱীক সুসজ্জিত কৰিলে। যেনে— মহাদেৱে শূল, নাৰায়ণে চক্ৰ, বৰুণে শংখ আৰু পাশ, হুতাশনে শক্তি, বায়ুৱে ধনু আৰু বাণপূৰ্ণ তূণ, ইন্দ্ৰই বজ্ৰ, ঐৰাৱতৰ ঘণ্টা, যমে দণ্ড, দক্ষ প্ৰজাপতিয়ে অক্ষমালা, ব্ৰহ্মাই কমণ্ডলু, সূৰ্যই ৰশ্মি ৰাশি আৰু কালে দেৱীক খড়্গ আৰু চৰ্মসমূহ দিলে। তদুপৰি ক্ষীৰোদ সাগৰে তেওঁক দিলে অমল হাৰ, অজৰ বস্ত্ৰ যুগ্ম, দিব্য চূড়ামণি, কুণ্ডলদ্বয়, বলয়-নিকৰ, শুভ্ৰ অৰ্ধচন্দ্ৰ, বাহুৰ কেয়ূৰ, ভৰিৰ নূপুৰ, ডিঙিৰ অলংকাৰ আৰু সমস্ত আঙুলিৰ বস্তুৰাজি। বিশ্বকৰ্মাই দিলে পৰশু কুঠাৰ, অনেক বিধ অস্ত্ৰ আৰু অভেদ্য বৰ্ম। সেইদৰে জলনিধিয়ে দিলে মূৰ আৰু বুকুত অম্লান পংকজমালা, হিমালয়ে দিলে বাহন স্বৰূপে সিংহ আৰু বিবিধ ৰত্ন। কুবেৰে দিলে সুৰাসমে পান-পাত্ৰ, অনন্ত নাগে দিব্য নাগহাৰ। অন্যান্য দেৱগণেও তেওঁক নানাবিধ অলংকাৰ আৰু অস্ত্ৰ-শস্ত্ৰ দিলে। এইদৰে দেৱীয়ে সজ্জিতা আৰু সম্মানিতা হৈ অট্টহাস্য কৰি গৰ্জিব ধৰিলে। (মাঃ পুঃ ৮২-১৯-৩০)। সেই ভয়ঙ্কৰ গৰ্জনত আকাশ পৰিপূৰিত হ'ল আৰু তাৰ বিৰাট প্ৰতিধ্বনি শুনা গ'ল। তাতে লোক সমাজ ক্ৰন্তমান হ'ল, সাগৰবিলাক কঁপিব ধৰিলে। দেৱগণে সিংহ- বাহিনী ভগৱতীক লক্ষ্য কৰি জয়ধ্বনি উচ্চাৰণ কৰিলে। মুনিসকলে অতি ভক্তিভাৱে স্তুতি কৰিব ধৰিলে। সমস্ত ত্ৰৈলোক্য এইদৰে ক্ষুভিত হোৱা দেখি অসুৰবিলাকেসৈন্য-সামন্ত সাজু কৰি ৰাখিলে। 'আঃ এয়া কি হৈছে'—বুলি খঙত মহিষাসুৰে অসুৰ বেষ্টিত হৈ সেই শব্দ লক্ষ্য কৰি ধাৱিত হ'ল। তেনেকৈ গৈ মহিষাসুৰে দেখিলে যে দেৱীয়ে জ্যোতিৰে ত্ৰিভুৱন জুৰি আছে। তেওঁৰ চৰণৰ ভৰত পৃথিৱী নত হৈছে, কিৰীটিয়ে আকাশ ছানি ধৰিছে, ধনুৰ শব্দত পাতাল পৰ্যন্ত ক্ষোভিত হৈছে আৰু দেৱীয়ে সহস্ৰ বাহুৰে দিগ্‌বোৰ আগুৰি অৱস্থান কৰিছে (মাঃ পুঃ ৮২/৩৭)।

ইয়াৰ পিছত দেৱী আৰু অসুৰবিলাকৰ মাজত ঘোৰ যুদ্ধ লাগিছে। ৮৩তম অধ্যায়ত মহিষাসুৰক বধ কৰাৰ ঘটনা সন্নিবিষ্ট হৈছে। ৮৪তম অধ্যায়ত দেৱতা আৰু ঋষি-মুনিসকলে বিজয়িনী দেৱীক স্তুতি কৰাৰ বিৱৰণ আছে। কন্দলিয়ে শ্ৰীশ্ৰী চণ্ডী পুথিৰ তৃতীয় আৰু চতুৰ্থ মাহাত্ম্যত এইবোৰৰ অসমীয়া ভাঙনি যথাৰ্থভাৱে উপস্থাপন কৰিছে। অৱশ্যে দেৱগণৰ দেৱী-স্তুতি সমাপ্তিৰ পিছত 'চতুৰ্থ মাহাত্ম্য'ৰ শেষৰফালে মহিষাসুৰৰ স্বপ্ন দৰ্শন, স্বপ্নত দেৱীয়ে খড়গ ধৰি তাৰ মূৰ কাটি তেজপিয়া, পিছদিনা ৰাতিপুৱা মহিষাসুৰে দেৱীক পূজা কৰা, দেৱীয়ে ষোড়শ ভুজা ভদ্ৰকালী ৰূপ ধৰি অসুৰক দেখা দিয়া ইত্যাদি কথাবোৰ কন্দলিয়ে কালিকা পুৰাণৰ পৰা আনি ইয়াত সংলগ্ন কৰিছে। মহিষাসুৰে দেৱীৰ আগত নতশিৰে কৈ গৈছে যে "কাত্যায়ন মুনিৰ অভিশাপ মৰ্মে তুমি মোক বধ কৰিব লাগে; সেই সময় এতিয়া সমাগত। মোৰ মৃত্যু অনিবাৰ্য, তাৰ বাবে মই শোক নকৰোঁ, দৈৱক কোনোৱে বান্ধি ৰাখিব নোৱাৰে। পিতৃয়ে শিৱক আৰাধনা কৰি মোক পুত্ৰ হিচাপে পাইছিল, ময়ো তেওঁক পুজি থাকিলো। তিনিটা মন্বন্তৰ কালত ভালকৈয়ে ভোগ-বিলাস কৰিলো, তিনি ভুৱনৰ ইন্দ্ৰও হ'লো। এতিয়া মই তোমাক প্ৰাৰ্থনা কৰি আন বৰ নলওঁ, মাথো মোক দুটা বৰ দিয়া—যাতে মই তোমাৰ চৰণ সেৱা কৰি থাকিব পাৰোঁ আৰু যাতে তোমাৰ লগতে ময়ো যজ্ঞভাগ পাওঁ।" ইয়াৰ পিছত প্ৰসংগ আৰু ক্ষেত্ৰ অনুযায়ী দেৱীৰ বিভিন্ন ৰূপ, শংকৰে পাৰ্বতীক কোৱা শিৱ-মহিষৰ সম্পৰ্ক ইত্যাদি কথা কন্দলিয়ে কালিকা পুৰাণৰ পৰাহে গ্ৰহণ কৰিছে।

কন্দলিৰ 'পঞ্চম মাহাত্ম্য'ৰ ঘটনাংশ বামন পুৰাণ আৰু মাৰ্কণ্ডেয় পুৰাণৰ দেৱী মাহাত্ম্যৰ পৰা লোৱা হৈছে; কথাবস্তুত মাজে মাজে কবিয়ে নিজস্ব কল্পনাৰ ৰহণো সানিছে। বামন পুৰাণৰ পৰা লোৱা সমল এইখিনি—'পূৰ্বতে কৰম্ভ আৰু ৰম্ভ নামে দুজন ককাই-ভাই আছিল; মহা শক্তিশালী পুত্ৰ লাভৰ অৰ্থে দুয়ো অনেক বছৰ ধৰি উগ্ৰ তপ কৰিছিল। মহা যশী ৰম্ভাসুৰে পঞ্চতপ আচৰিছিল। আনহাতে গ্ৰাহৰূপী ইন্দ্ৰই কৰম্ভক পানীত ডুব মাৰি থকা অৱস্থাতেই বধ কৰিছিল, তেতিয়া ভাতৃ শোকত জৰ্জৰিত ৰম্ভাসুৰে নিজৰ মূৰ কাটি অগ্নিত আহুতি দিবলৈ উদ্যত হোৱাত অগ্নি দেৱতাই তাক বাৰণ কৰি তাক ইপ্সিত বৰ দিব খুজিলে। তেতিয়া ৰম্ভই নিবৃত হৈ অগ্নিৰ পৰা দেৱতা, দানৱ আৰু মানৱৰ অজেয় পুত্ৰ লাভৰ বৰ লাভ কৰি শালবট নামৰ যক্ষৰ পিনে যাব ধৰিলে। যাওঁতে বনত এজনী মহিষীক পাই ৰমণ কৰিলে। এইদৰে ৰম্ভৰ ঔৰসত আৰু মহিষীৰ গৰ্ভত মহিষাসুৰৰ জন্ম হ'ল। ইয়াৰ আগতে আন এটা মহিষে ৰম্ভক শিঙেৰে খুচি মাৰে আৰু কামাতুৰ হৈ মহিষীক খেদি যায়। তেতিয়া মহিষীয়ে যক্ষৰ চৰণত আশ্ৰয় লয়, যক্ষই মহিষক বাধা দিয়ে। ফলত মদন পীড়াত জৰ্জৰিত হৈ মহিষে সৰোবৰত জাপ দি মৰে; কিন্তু তীৰ্থৰ প্ৰভাৱত সি নমৰ নামক দৈত্যৰ ৰূপ পায়।

আনহাতে, ৰম্ভৰ চিতাগ্নিৰ পৰা ৰক্তবীজ নামৰ দৈত্যৰ জন্ম হয়। ইয়াৰ পিছত মহিষাসুৰৰ নিধন, চণ্ড-মুণ্ড দুই দৈত্যৰ পলায়ন ইত্যাদি ঘটনা বামন পুৰাণৰ অন্তৰ্গত মন কৰিব লগীয়া কথা যে—এনেকুৱা উপাখ্যান 'দেৱী-ভাগৱত'তো পোৱা যায়। তাত আছে

যে দানৱ পতি ৰম্ভৰ মৃত্যু হোৱাত যক্ষবিলাকে তাৰ দেহ চিতাত তোলাত ৰম্ভৰ পত্নীও চিতাত উঠে। চিতাত অগ্নি সংযোগ কৰাত পত্নীৰ কুক্ষি ভেদ কৰি মহিষাসুৰ নিৰ্গত হয়। তেতিয়া ৰম্ভয়ো পুত্ৰৰ প্ৰতি স্নেহবশতঃ ৰূপান্তৰ গ্ৰহণ কৰি চিতাৰ পৰা ওলাই আহে। এই ৰূপান্তৰিত ৰম্ভই পিছত ৰক্তবীজ নামে খ্যাত হয়।

শুম্ভ-নিশুম্ভ সম্পৰ্কীয় ঘটনা বামন পুৰাণত এইদৰে পোৱা যায়—

কশ্যপৰ ঔৰসত আৰু পত্নী দনুৰ গৰ্ভত শুম্ভ-নিশুম্ভ আৰু নমুচি নামে তিনিজন পুত্ৰ ওপজে। কনিষ্ঠ পুত্ৰ নমুচিয়ে স্বৰ্গৰাজ্য অধিকাৰ কৰিবলৈ গৈ ইন্দ্ৰক হাৰাশাস্তি কৰিবলৈ ধৰে। শেষত অস্ত্ৰৰ দ্বাৰা অবধ্য নমুচিক ইন্দ্ৰই সাগৰৰ ফেনত গুপ্ত-বজ্ৰ সৃষ্টি কৰি তাক বধ কৰে। কনিষ্ঠ ভাতৃৰ মৃত্যুত ক্ৰোধান্বিত শুম্ভ আৰু নিশুম্ভই স্বৰ্গৰাজ্য অধিকাৰ কৰি দেৱতাবিলাকক খেদি দিয়ে। ইয়াৰ পিছত মহিষাসুৰৰ মন্ত্ৰী ৰক্তবীজৰ লগত ইহঁতবিলাকৰ দেখা-দেখি হয় আৰু বিন্ধ্য পৰ্বতত থকা কৌশিকী দেৱীৰ হাতত মহিষাসুৰ বধৰ কথা গম পায়। সেই সময়তে প্ৰাণৰ ভয়ত জলত আশ্ৰয় লৈ থকা মহিষাসুৰৰ সেনাপতিদ্বয় চণ্ড আৰু মুণ্ডক আহি ইহঁতবিলাকৰ লগ লাগে। শুম্ভ-নিশুম্ভই সুগ্ৰীৱক দূত হিচাপে পঠাই বিন্ধ্য পৰ্বতবাসিনী দেৱীৰ আগত প্ৰস্তাৱ দিয়ে যে শুম্ভ-নিশুম্ভ পৃথিৱীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ বীৰ আৰু দেৱীও ত্ৰিভুৱনৰ মাজত শ্ৰেষ্ঠা সুন্দৰী; এই দুই ভাই-ককাইৰ যাকে তেওঁৰ ইচ্ছা তাকেই বিয়া কৰক। তেতিয়া দেৱীয়ে দূতক জনালে যে যিজন পুৰুষে তেওঁক যুদ্ধত পৰাস্ত কৰিব পাৰিব, সেইজনেহে তেওঁক বিয়া কৰাব। দেৱীৰ এনে কথা শুনাৰ পাছত তেওঁক ধৰি আনিবলৈ ধূম্ৰলোচনক পঠাই দিলে। সি দেৱীৰ হাতত নিধন হোৱাত চণ্ড আৰু মুণ্ডক দেৱীক আনিবলৈ পঠোৱা হ'ল। এই দুজনো দেৱীৰ হাতত মৰা পৰিল। তেতিয়া ৰক্তবীজে গৈ দেৱীৰ সৈতে ঘোৰ যুদ্ধ কৰিলে। তাৰ এক বিন্দু তেজ পৰিলেও এটি এটি দৈত্যৰ সৃষ্টি হয়। শেষত দেৱীয়ে তাকো নিহত কৰে। এই কথা শুনি নিশুম্ভ মহাবীৰে নিজেই ৰণস্থলীত উপস্থিত হৈ দেৱীক প্ৰত্যাহ্বান জনালে। ফলত যুদ্ধ হ'ল আৰু সেই যুদ্ধত নিশুম্ভ নিহত হ'ল। পৰিশেষত শুম্ভও দেৱীৰ হাতত চিৰবিদায় লয়।

উপৰিউক্ত ঘটনাৰাজি অকল বামন পুৰাণতেই যে আছে এনে নহয়, তেনে ঘটনা মাৰ্কণ্ডেয় পুৰাণৰ 'দেৱী-মাহাত্ম্য খণ্ডতো পোৱা যায়। গতিকে কন্দলিয়ে 'শ্ৰীশ্ৰী চণ্ডী' পুথিখনৰ 'পঞ্চম মাহাত্ম্য'ৰ পৰা 'দশম মাহাত্ম্য' পৰ্যন্ত ৰচনা কৰোঁতে এই তিনিওখন শাস্ত্ৰৰ ওপৰত ঘাইকৈ নিৰ্ভৰ কৰিছে। অৱশ্যে মাৰ্কণ্ডেয় পুৰাণখনৰ সমল কন্দলিয়ে বেছিকৈ আহৰণ কৰিছে বুলি নিঃসন্দেহে ক'ব পাৰি। তেওঁৰ 'শ্ৰীশ্ৰী চণ্ডী' পুথিখন মাৰ্কণ্ডেয় পুৰাণ ভিত্তিক; তেওঁ এই পুথিখনৰ কাহিনীটো আঁত লগাই স্পষ্টভাৱে প্ৰৱাহিত কৰাৰ অৰ্থে আন আন পুৰাণ-শাস্ত্ৰৰ পৰা তথ্য সংগ্ৰহ কৰিছে মাথোন। আনকি কাহিনীৰ ধাৰাবাহিকতা অক্ষুণ্ণ ৰখাৰ কাৰণে আৰু বৰ্ণনা ৰসাল কৰাৰ উদ্দেশ্যে কন্দলিয়ে মাজে মাজে স্বকীয় কল্পনাৰো আশ্ৰয় লৈছে—যেনে।

"আৱাকে উপাসি আশ্ৰয় লৈছে—সেনাপতি।
আজি ধৰি আমাসাৰ খণ্ডোক দুৰ্গতি।।

তিনি দৈত্যে এহিমতে লাগ লৈয়া তাৰ।
সবে মিলি মহাপীড়া দিলা দেৱতাৰ।”

এইখিনি কথা কন্দলিয়ে নিজাকৈ যোগ দিছে। মূলৰ লগত ইয়াৰ মিল নাই। সেইদৰে বিন্ধ্য পৰ্বতবাসিনী দেৱীৰ সৌন্দৰ্যৰ বিষয়ে চণ্ড-মুণ্ডই শুম্ভৰ আগত দিয়া বৰ্ণনাখিনিও কবিৰ কল্পনা-প্ৰসূত যেনে—

“পূৰ্ণিমাৰ চন্দ্ৰ জিনি মুখে ধৰে কান্তি।
তাতে প্ৰকাশয় দন্ত মুকুতাৰ পান্তি।।
উন্নত কঠিন পীন শোভে দুই স্তন।
কামৰ চাবুক মাৰি কামুকৰ ধন।।
তাৰ ভৰে হালে যেন খিন মধ্য কায়।
বহল নিতম্ব দেশে অধিকে শুৱাই।।
কটাক্ষ ভঙ্গিয়ে চাওঁতে লৰয় কুণ্ডল।
তাৰ কান্তি লাগি শোভা কৰে গণ্ডস্থল।।
ভ্ৰুৰ যুগ শোভে যেন মনদৰ ধেনু।
তপ্ত সুবৰ্ণৰ বৰ্ণ প্ৰকাশয় তনু।।
মুখে মন্দমন্দহাসি আয়ত লোচন।
গুণে বন্দী কৰিবাক পাৰয় পৱন।।
তান সেহি অঙ্গে দৃষ্টি পৰে একবাৰ।
তাক ছাড়ি আৰ অঙ্গে নপৰে চাবাৰ।।
দেহৰ শোভায়ে শোভি আছে দিশ পাশে।
হিমৱন্ত পৰ্বতকো কৰিছে প্ৰকাশ।।
আছোক পুৰুষ যদি হোৱে নাৰীজন।
তাহাঙ্কো দেখিলে তাসম্বাৰ হৃলে মন।।”

সেইদৰে ‘অষ্টম মাহাত্ম্য’ত সন্নিবিষ্ট কৰা “শুনা সভাসদ বোলা দুৰ্গাৰাম”—বিষয়ক পদ আঠশাৰীও কবিৰ নিজা ৰচনা। যুদ্ধ-বৰ্ণনাৰ প্ৰসঙ্গত কবিৰ কল্পনাবিলাস, স্বাভাবিকতেই লক্ষণীয়। ‘দশম মাহাত্ম্য’ৰ শেষৰ পিনেও কবিয়ে কল্পনাৰ স্ফুৰণ ঘটাইছে।

আধাৰিত শাস্ত্ৰ বিচাৰ কৰি চালে দেখা যায় যে কন্দলিয়ে তেওঁৰ পুথিৰ ‘পঞ্চম মাহাত্ম্যটো বামন পুৰাণ আৰু মাৰ্কণ্ডেয় পুৰাণৰ সমল মিহলাই ৰচনা কৰিছে। এই খণ্ডৰ আৰম্ভণিৰ পৰা দেৱতাসকলে নিজ ৰাজ্যৰ পৰা বিতাড়িত হৈ দৈত্যবিলাকৰ দ্বাৰা নিপীড়ত হোৱা পৰ্যন্ত কথাখিনি বামন পুৰাণৰ অন্তৰ্গত। আনহাতে, সেই খণ্ডতে উপস্থাপন কৰা ঘটনাৰাজি,—যেনে—স্বৰ্গচ্যুত দেৱগণে বিপদকালত ভগৱতীক স্মৰণ কৰি হিমালয়লৈ গৈ মহামায়াক স্তুতি কৰা, গঙ্গাত স্নান কৰিবলৈ যোৱা, পাৰ্বতীৰ দেহৰ পৰা এগৰাকী সৌন্দৰ্যসম্ভূতা দেৱী উপজি দেৱগণক আশ্বাস দিয়া, কৌশিকী কালিকা নামে অৱতীৰ্ণ

হোৱা, দেৱীয়ে চণ্ড-মুণ্ডক দেখা দিয়া, দুয়ো দৈত্যই শুম্ভ-নিশুম্ভক দেৱীৰ অপূৰ্ব সৌন্দৰ্য বৰ্ণনা কৰা আৰু বিবাহ কৰোৱাৰ প্ৰলোভন দেখুওৱা, তেতিয়া শুম্ভ-নিশুম্ভই সুগ্ৰীৱক দূত হিচাপে দেৱীৰ ওচৰলৈ পঠোৱা, দেৱীৰ প্ৰত্যাখানসূচক কথা শুনি সুগ্ৰীৱৰ খং উঠা আদি চিত্ৰবোৰ মাৰ্কণ্ডেয় পুৰাণৰ ৮৫তম অধ্যায়ৰ শেষাংশৰ বিষয়বস্তু। কবি কন্দলিয়ে এইখন পুৰাণৰ ৮৬, ৮৭ আৰু ৮৮তম অধ্যায়ৰ কথাভাগ ক্ৰমে 'ষষ্ঠ মাহাত্ম্য'ত ধূম্ৰলোচন বধ, 'সপ্তম মাহাত্ম্য'ত চণ্ড-মুণ্ড বধ আৰু 'অষ্টম মাহাত্ম্য'ত দেৱীৰ বিৰুদ্ধে ৰণ কৰিবলৈ সৈন্য-সামন্তৰ প্ৰতি দৈত্যৰাজৰ আদেশ, দেৱী আৰু দানৱ সেনাৰ মাজত ভয়ঙ্কৰ যুদ্ধ, দেৱীৰ বিভিন্ন ৰূপ প্ৰদৰ্শন, ৰক্তবীজৰ ৰণ-শক্তি আৰু মৃত্যু আদি ঘটনাবোৰ প্ৰতীয়মান কৰিছে।

সেইদৰে 'নৱম মাহাত্ম্য'ত উপস্থাপন কৰা নিশুম্ভ দৈত্য বধ, 'দশম মাহাত্ম্য'ৰ শুম্ভ দৈত্য বধৰ ঘটনা ৰাজি কবিয়ে মাৰ্কণ্ডেয় পুৰাণৰ ৮৯তম আৰু ৯০তম অধ্যায়ৰ আধাৰত দাঙি ধৰিছে। 'একাদশ মাহাত্ম্য'ৰ 'দেৱী-স্তুতি', 'দ্বাদশ মাহাত্ম্য'ৰ চণ্ডী-পাঠৰ ফল আৰু 'ত্ৰয়োদশ মাহাত্ম্য'ৰ বৰদান শীৰ্ষক পাঠখিনিও মাৰ্কণ্ডেয় পুৰাণৰ ক্ৰমে ৯১, ৯২ আৰু ৯৩ অধ্যায়ৰ অসমীয়া ভাঙনি মাথোন। অৱশ্যে কন্দলিয়ে মূলৰ প্ৰতিটো শ্লোকৰ হুবহু অনুবাদ কৰা নাই; ঠায়ে ঠায়ে সংক্ষেপ কৰিছে।

'উপ-সংহাৰ' খণ্ডটি শ্ৰীশ্ৰী চণ্ডী গ্ৰন্থৰ সামৰণী অধ্যায়। ইয়াত কন্দলিয়ে মাৰ্কণ্ডেয় পুৰাণ, ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ 'প্ৰকৃতি খণ্ড' আৰু কালিকা পুৰাণৰ কথা পুনৰ দোহাৰিছে—

"মাৰ্কণ্ডেয় পুৰাণৰ স্তৱ সপ্তশতী।
দেৱীৰ মহিমা কথা ভৈলা সমাপতি।
প্ৰকৃতি খণ্ডক চাই কৰিয়া উদ্ধাৰ।
নিবন্ধিলো ত্ৰহি কথা বৈশ্যৰ ৰাজাৰ।।"

অৰ্থাৎ কবিয়ে এই দুখন পুৰাণৰ আধাৰত ভগৱতীৰ মাহাত্ম্য বৰ্ণনা আৰু সমাধি বৈশ্য আৰু সুৰথ ৰজাৰ কাহিনী দাঙি ধৰিছে। এই দুজন দুৰ্দশাগ্ৰস্ত ৰজাই কিদৰে মেধস মুনিৰ ওচৰত আধ্যাত্মিক জ্ঞান লাভ কৰি নিজৰ নিজৰ অভীপ্সিত বৰ লাভ কৰিলে, কিদৰে দেৱী প্ৰতিমা বিসৰ্জন দি সমাধি বৈশ্যই তপ কৰি নৰকায়া তেজিলে সুৰথ ৰজায়ো ষাঠী হাজাৰ বছৰ ভোগ কৰি পিছত তপৰ দ্বাৰা দেহৰ অৱসান ঘটালে আৰু শেষত সাৱৰ্ণিক মনু তথা অষ্টম মনুৰূপে সুখ্যাতি ৰাখিলে, সেই কথা কন্দলিয়ে চমুকৈ প্ৰাঞ্জল ভাষাত বৰ্ণনা কৰিছে।

ইয়াৰ পিছত কালিকা পুৰাণৰ সাধাৰণ কবিয়ে দেৱীৰ বিভিন্ন অৱতাৰী ৰূপ প্ৰতীয়মান কৰিছে। প্ৰসঙ্গ অনুযায়ী কবিয়ে দেৱীৰ এইকেইটা ৰূপৰ উল্লেখ কৰিছে; যেনে—উগ্ৰচণ্ডা, অষ্টদশ ভুজা, ভদ্ৰকালী, ষোড়শভুজা, দশভুজা, দুৰ্গা কাত্যায়নী, বৈষ্ণৱী ইত্যাদি।

মুঠৰ ওপৰত কন্দলিৰ 'শ্ৰীশ্ৰী চণ্ডী' এখন দেৱী মাহাত্ম্য প্ৰকাশক উৎকৃষ্ট গ্ৰন্থ।

---

# ‘ধম্মপদ’—ইয়াৰ ‘সাৰ্বজনীনতা’ আৰু ‘মানৱতাবাদ’

‘ধম্মপদ’ বৌদ্ধ ধৰ্মৰ ক্ষুদ্দনিকায়ৰ অন্তৰ্ভুক্ত এখন উপাদেয় গ্ৰন্থ। বুদ্ধৰ নিৰ্বাণ উপলব্ধিৰ উপদেশ তথা সংসাৰৰ দুখ নিবাৰণৰ উপায় সন্নিবিষ্ট ধম্মপদ পালি ভাষাত ৰচিত। ইয়াৰ ভাষা তেনেই সৰল-সহজ কাৰণে সৰ্বসাধাৰণৰ সহজবোধ্য। সময়ৰ ব্যৱধান থাকিলেও এই গ্ৰন্থৰ অনুবাদ সংস্কৃত, প্ৰাকৃত আৰু চীনা আৰু তিব্বতী ভাষাতো হৈছিল। সংস্কৃতত ৰচনা কৰা ধম্মপদ উদানবৰ্গ বোলা হয়। ইয়াৰ দ্বাৰা এটা কথা ঠাৱৰ কৰিব পৰা যায় যে এই বৌদ্ধ ধৰ্মই সমগ্ৰ এছিয়াৰ অন্তৰ্গত দেশসমূহৰ বিভিন্ন জাতি, বৰ্ণ আৰু সম্প্ৰদায় নিৰ্বিশেষে সমাদৃত হৈ পৰিছিল। এই গ্ৰন্থখন বৌদ্ধ ধৰ্ম প্ৰচাৰৰ সময়ত অৰ্থাৎ মহাৰাজ কনিষ্কৰ ৰাজত্ব কালত ধৰ্মত্ৰাত নামৰ এজন পণ্ডিতে ৰচনা কৰিছিল বুলি জনা যায়। ধম্মপদত সন্নিবিষ্ট বুদ্ধৰ উপদেশসমূহ অকল যে বৌদ্ধ ধৰ্ম অৱলম্বনকাৰীসকলৰ অৱশ্যপালনীয় এনে নহয়, পৃথিৱীৰ সমগ্ৰ জাতি, বৰ্ণ, সম্প্ৰদায়ৰ লোকসকলৰ কাৰণেও হিতকাৰী। সেয়ে ধম্মপদৰ ধৰ্মই সম্পূৰ্ণৰূপে ধৰ্ম নিৰপেক্ষতাৰ দাবী কৰিব নোৱাৰিলেও এই ধৰ্ম মানৱতাবাদী আৰু সাৰ্বজনীন ধৰ্ম বুলি ক'লেও অত্যুক্তি কৰা নহয়। সেয়েহে এসময়ত ইয়াৰ প্ৰসাৰ আৰু প্ৰচাৰ কল্পনাতীতৰূপে বৃদ্ধি পাইছিল।

প্ৰাচীন বৌদ্ধ ধৰ্ম ঘাইকৈ নীতি আৰু ধ্যানমূলক। বৌদ্ধ ধৰ্মৰ অষ্টাঙ্গিক মাৰ্গৰ ভিতৰত তিনিটা মাৰ্গ নীতিমূলক অৰ্থাৎ কায়িক আৰু বাচিকৰ যোগেদি এজন ব্যক্তিয়ে নৈষ্ঠিক ব্ৰহ্মচাৰী হ'ব পাৰি আৰু ধ্যানমূলক মাৰ্গৰ যোগেদি চিত্ত সংযম কৰি, কু-মনোভাব পৰিহাৰ কৰি সু-মনোভাব গ্ৰহণ কৰিব পৰা যায়।

বৌদ্ধ ধৰ্মত চিত্ত সংযম আৰু ব্ৰহ্মচাৰ্য পালন এই দুটাৰ ওপৰত অধিক প্ৰাধান্য দিয়া হয়। কিয়নো এই দুই নিৰ্বাণ প্ৰাপ্তিৰ প্ৰশস্ত উপাদান। আনহাতে বৌদ্ধ ধৰ্মৰ অষ্টমাৰ্গৰ ভিতৰত থকা সাতোটা অঙ্গ অন্যান্য ধৰ্মাৱলম্বীয়ে বিনা সঙ্কোচে পালন কৰিব পাৰে। এই দৃষ্টি-ভঙ্গীৰে চালেও ধম্মপদৰ গাঁথাসমূহে কম-বেছি পৰিমাণে ধৰ্ম নিৰপেক্ষতা আৰু সাৰ্বজনীনতাৰ ঐতিহ্য বহন কৰি আছে বুলি ক'ব পাৰি।

‘অহিংসা পৰম ধৰ্ম’—বৌদ্ধ ধৰ্মৰ মূল মন্ত্ৰ। মহাপুৰুষ শঙ্কৰদেৱে প্ৰচাৰ কৰা ধৰ্মতো ‘ভূতদায়া’ মন কৰিব লগা বৈশিষ্ট্য। ‘শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণত (কীৰ্তন ঘোষা) স্বয়ং শ্ৰীকৃষ্ণই পৰম বান্ধৱ উদ্ধৱক উপদেশ দিছে—

> কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম।
> জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।

কীৰ্ত্তনৰ 'প্ৰহ্লাদ চৰিত'তো সকলো প্ৰাণীকে নাৰায়ণ জ্ঞান কৰিব লাগে বুলি উল্লেখ কৰিছে—

> সমস্ত ভূতকে দেখিবেক নাৰায়ণ।
> আতপৰে আনধৰ্ম সবে বিড়ম্বন।।

আন এটি মন কৰিব লগীয়া কথা হৈছে মহাপুৰুষ শঙ্কৰদেৱে বুদ্ধক বিষ্ণুৰ দশাৱতাৰৰ ভিতৰত এটি অৱতাৰ বুলি স্বীকৃতি দিয়াৰ মূলতেই বৌদ্ধ ধৰ্মৰ উদাৰতা আৰু সাৰ্বজনীনতাৰ কথা আওপকীয়াকৈ স্বীকাৰ কৰা হৈছে।

অন্যান্য ধৰ্মৰ লগত বৌদ্ধ ধৰ্মৰ নিমিলা অষ্টম অঙ্গটো হৈছে—'সম্যক দৃষ্টি' জ্ঞানৰ। ইয়াৰ অৰ্থ জগত অনিত্য আৰু অনাত্ম। ভাৰতীয় কোনো কোনো দৰ্শনে জগতৰ অনিত্যতা স্বীকাৰ কৰে; কিন্তু অনাত্মাবাদ মানি নলয়। বুদ্ধৰ মতে জগত যেতিয়া অনিত্য, তেনেহ'লে নিত্য বা সাৰবস্তুৰ স্থান ক'ত? সৰ্বসাধাৰণ মানুহে স্থূলশৰীৰ অথবা সূক্ষ্মচিত্তকে আত্মা বুলি ভাবে অৰ্থাৎ দেহাত্ম বিবেক জ্ঞান কৰে। এই দুইটাই যেতিয়া অসাৰ, শৰীৰৰ মাজত থকা নিষ্ক্ৰিয় আত্মাৰ কল্পনাও নিৰৰ্থক আৰু যুক্তিহীন। ধম্মপদৰ গাঁথাত আছে—

"অত্তাহি অত্তনো নাথো—অত্তাহি অত্তনো গতি" অৰ্থাৎ নিজেই নিজৰ পৰিচালক, নিজকে নিজৰ ভিতৰত অধিষ্ঠান কৰা। আত্মাই আত্মাৰ প্ৰভু, আত্মাই আত্মাৰ পৰমাশ্ৰয়। ভাৰতীয় দাৰ্শনিকসকলৰ মতৰ লগত বুদ্ধদেৱৰ মতভেদ এইখিনিতেই।

প্ৰাচীন কালৰে পৰা ভাৰতীয় দৰ্শনে আত্মাৰ নিত্যত্ব আৰু অস্তিত্ব স্বীকাৰ কৰি আহিছে. মহাপুৰুষ শঙ্কৰদেৱেও ভাগৱত আৰু কীৰ্ত্তনত ভগবানে আত্মাৰূপে বিৰাজমান হৈ থকাৰ কথা উল্লেখ কৰিছে।

> "সমস্তৰে আত্মা তুমি সাক্ষী সৰ্বজান।"
> (অক্ৰুৰৰ স্তুতি—দশম)

আৰৌ—

> তুমি আত্মা তোমাক নজানে মূঢ়জনে।।
> সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
> তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত।"
> (হৰমোহন—কীৰ্ত্তন)

দ্বিতীয়তে বৌদ্ধ ধৰ্মৰ মতে সংসাৰ অনিত্য আৰু অনাত্ম বাবেই সংসাৰ দুখময়। সংসাৰৰ জীৱ আৰু বস্তুসমূহো অনিত্য। ধম্মপদত পুত্ৰ, ধন, জন ইত্যাদি, আনকি নিজেও নিজৰ নহয় বুলি উল্লেখ কৰিছে।

"পুত্তম'খি ধনম্ম'খি ইতি বালোবিহঞ্ঞ এতি' অত্তাহি অত্তনো নথি কুতো পুত্ত কুতো ধনম্।" অৰ্থাৎ মোৰ পুত্ৰ, মোৰ ধন আছে বুলি মূৰ্খই চিন্তা কৰিয়ে যন্ত্ৰণা ভোগ কৰে। নিজেই যেতিয়া নিজৰ নহয়, পুত্ৰ বা ধন কেনেকৈ নিজৰ হ'ব?

মহাপুৰুষ শঙ্কৰদেৱেও সংসাৰ অনিত্য, সুখ শান্তি, ধন, জন, জীৱন, যৌৱন, পুত্ৰ, ভাৰ্যা আদি সকলো ক্ষন্তেকীয়া বুলি বিভিন্ন শাস্ত্ৰত উল্লেখ কৰিছে।

"অনিত্য সংসাৰ আতো কিছো নাহি সুখ।
(কালীয় দমন—দশম)

আৰু—

"তুমি সত্য ব্ৰহ্ম তোম্মাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিয়ে প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।"
(বেদস্তুতি—কীৰ্তন)

আকৌ—

"ধন জন বন্ধু য'ত পুত্ৰ প্ৰাণ জায়া।
সমস্তে অবস্তু যেন ইন্দ্ৰজাল মায়া।।"
(ভাগৱত—দশম)

সংসাৰখন যে দুখময় মহাপুৰুষ শঙ্কৰদেৱেও উল্লেখ কৰিছে—

"দুখময় সংসাৰত সৌকাৰ্য কিঞ্চিত।
বিষসকলৰ যেন মুখত অমৃত।।" (ভাগৱত)

বৌদ্ধ ধৰ্মৰ কৰ্মফল আৰু পুনৰ্জন্ম, আনকি নিৰ্বাণৰ সৈতে ব্ৰাহ্মণ্য ধৰ্মৰ কৰ্মবাদ পুনৰ্জন্ম আৰু মুক্তিৰ লগত কোনো বিশেষ পাৰ্থক্য নাই। মুক্তিৰ ক্ষেত্ৰত এটাই মাত্ৰ পাৰ্থক্য যে বুদ্ধই নিৰ্বাণেই পৰম সুখ বুলি কৈছে আৰু মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে মুক্তিতকৈও ভক্তিক শ্ৰেষ্ঠ স্থান দিছে—অৰ্থাৎ মুক্ত ভক্তই মুক্তিতকৈ একমাত্ৰ ভগৱানৰ চৰণত একান্তভাৱে ভক্তি কৰি সুখ লাভ কৰে।

পূৰ্বজন্মৰ কৃতকৰ্মৰ ফল পৰজন্মত ভোগ নকৰাকৈ থাকিব নোৱাৰি। ধম্মপদত আছে—

"ন অন্তলিক্খে ন সমুদ্দমজ্ঝে
ন পব্বতানং বিবৰং পৱিস্ স,
ন বিজ্জতি সো জগতিপ্পদে সো
যত্থট্ঠিতো মুঞ্চেয্য পাপকৰ্মা।"

অৰ্থাৎ—আকাশ, সাগৰৰ মাজ বা পৰ্বতৰ গুহা বা জগতত এনে কোনো ঠাই নাই যি ঠাইত থাকিলে পাপ কৰ্মৰ ফল বা বিপাকৰ পৰা মুক্ত হ'ব পাৰি।

আনহাতে—

"সুখকামানি ভূতানি যো দণ্ডেন বিহিংসতি,
অত্তনো সুখমেসানো পেচ্চ সো ন লভতে সুখং।
সুখকামানি ভূতানি যো দণ্ডেন ন হিংসতি,
অত্তনো সুখমেসানো পেচ্চ সো লভতে সুখং।"

অৰ্থাৎ—নিজৰ কাৰণে সুখ কামনা কৰি জীৱবিলাকক দণ্ডদি হিংসা কৰি পৰলোকত তেওঁ সুখ নাপায়। যি লোকে নিজৰ সুখৰ কাৰণে জীৱবিলাকক দণ্ড দি হিংসা নকৰে, তেওঁ পৰলোকত সুখ পায়।

ধম্মপদত সৎ কৰ্মৰ যোগেদি নিৰ্বাণপ্ৰাপ্তি হয় বুলি কৈছে—

"মা'ৱাচ ফৰুসং কঞ্চিবুত্তা পটিবদেয়্যু তং,
দুক্ খা হি সাৰম্ভ কথা পটিদণ্ডা ফুসেস্যু তং।
সচে নেৰেসি অত্তানাং কংসো উপহতো যথা,
এস পত্তো' সি নিব্বানং সাৰম্ভো তেন বিজ্জতি।"

অৰ্থাৎ কাকো কটু কথা নক'বা, যাক কটু কথা কোৱা তেওঁ তোমাকো কটু কথা ক'ব। খণ্ডৰ থাকাই দুখ দিয়ে। দণ্ড দিলে নিজেও দণ্ড পায়। মিছা বাক্যব্যয় যদি নকৰা তেনেহ'লে তুমি নিৰ্বাণ পাইছা; তোমাৰ কাৰো সৈতে বিবাদ নাই।

আৰু—

"হংসাদিচ্চপথে যন্তি আকাশে যন্তি ইদ্ধিয়া,
নীয়ন্তি ধীৰালোকম্‌হা জেত্বা মাৰং সবাহিনিং।"

অৰ্থাৎ হংসদলে সূৰ্য (আকাশ) পথেৰে যায়, ঋদ্ধিবান লোকে (নিজৰ অলৌকিক শক্তিত) আকাশত বিচৰণ কৰে, ধীৰ লোকে মায়াক পৰাজয় কৰি সংসাৰ চক্ৰৰ পৰা মুক্ত হয় (নিৰ্বাণ লাভ হয়)।

ধম্মপদত আৰোগ্য, সন্তুষ্টি, বিশ্বাস আৰু নিৰ্বাণৰ ফলশ্ৰুতিও উদাত্ত কণ্ঠে ঘোষণা কৰিছে।

"আৰোগ্য পৰমা লাভা সন্তুট্ঠী পৰমং ধনং,
বিস্‌সাসপৰমা ঞাতি নিব্বানং পৰমং সুখং।"

অৰ্থাৎ—আৰোগ্যই পৰম লাভ, সন্তোষেই পৰম ধন, বিশ্বাসেই পৰম জাতি, নিৰ্বাণেই পৰম সুখ।

আনহাতে ধম্মপদত অক্ৰোধ, সাধুতা, দান আৰু সত্যৰ জয় জয়কাৰ ঘোষণাও কৰা হৈছে—

"অক্কোধেন জিনে কোধং অসাধুং সাধুনা জিনে,
জিনে কদৰিযং দানেন সচ্চেনালিকবাদিনং।"

অৰ্থাৎ মিত্ৰতাৰ দ্বাৰা ক্ৰোধক জয় কৰিবা; অসাধুক সাধুতাৰে জয় কৰিবা; কৃপণক দানেৰে বশ কৰিবা আৰু মিছলীয়াক সত্যেৰে জয় কৰিবা।

ধম্মপদত প্ৰিয়ৰ পৰা শোক আৰু ভয়ৰ উদ্ৰেক হোৱা আৰু তাৰ পৰা মুক্ত থাকি শোক আৰু ভয়ৰ পৰা আঁতৰি থাকিব পৰাৰ দৃষ্টান্ত আছে।

"পিয়তো জায়তে সোকো পিয়তো জায়তে ভয়ং,
পিয়তো বিপ্‌প মুত্তস্‌স নত্থি সোকোকুতো ভয়ং।"

একে ধৰণে কামনাৰ পৰাও শোক আৰু ভয়ৰ উৎপত্তি হয় বুলি উল্লেখ আছে।

সৎ ধৰ্ম আচৰণ কৰাৰ ফলশ্ৰুতিও ধম্মপদত উল্লেখ কৰা আছে।

"উত্তিট্‌ঠে নপ্‌পমজ্জেয়্য ধম্মং সুচৰিতং চৰে,
ধৰ্মচাৰী সুখং সেতি অস্মিং লোকে পৰম্হি চ।"

অৰ্থাৎ—উঠা, এলেহুৱা হৈ নাথাকিবা, সদ্ ধৰ্ম আচৰণ কৰা। ধৰ্ম পালন কৰা লোকে ইহলোক পৰলোক উভয় কালতে সুখে বাস কৰে।

যি সময়ত যি আচৰণ কৰিব লাগে তাকে নকৰিলে যে শেষত বিপাগুত পৰিব লাগে, তাৰো উল্লেখ ধম্মপদত সুন্দৰভাৱে কৰিছে।

"আচৰিত্বা ব্ৰহ্ম চৰিয়ং অলদ্ধা যোব্বনে ধনং,
জিন্ন কোঞ্চাব ঝায়ন্তি খীণমচ্ছেব পল্ললে।
অচৰিত্ত্বা ব্ৰহ্মচৰিয়ং অলদ্ধা যোব্বনে ধনং,
সেন্তি চাপাতি খীণাব পূৰণানি অনুত্থুনং।"

অৰ্থাৎ যথা সময়ত ব্ৰহ্মচৰ্য আচৰণ নকৰিলে, যৌৱনত ধনোপাৰ্জন নকৰিলে মাছ নোহোৱা বিলৰ বগলীৰ দৰে চিন্তা কৰিব লগা হয়। যথা সময়ত ব্ৰহ্মচৰ্য পালন নকৰিলে, যৌৱন কালত ধন উপাৰ্জন নকৰিলে, শেষ বয়সত পুৰণি কথা সুঁৱৰি শোক কৰি কৰি ধনুৰ পৰা যোৱা মিছা শৰৰ দৰে পৰি থাকিব লাগিব।

ব্ৰহ্মচৰ্য সাধনা সম্পন্ন কৰাৰ পাছত সাধকক চিত্ত সংযমৰ উপদেশাৱলী প্ৰদান কৰা হয় আৰু লগতে চিত্ত সংযমৰ ফলত চিত্ত বৃত্তিৰ সংযম সাধিত হয়। চিত্তইহে সকলো দুখৰ কাৰণ আৰু সৰ্ব মানসিক ক্ৰিয়াদিৰ আগৰণুৱা। এই চঞ্চল চিত্তক দমন কৰিব পাৰিলেহে সম্যক সুখ লাভ কৰিব পাৰি।

"দুন্নি গৃগহস্‌স লহুনো যত্থকামনিপাতিনো।
চিত্তস্‌স দমথো সাধু চিত্তং দন্তং সুখাবহ।"

অৰ্থাৎ—দুৰ্নিগ্ৰহ, চঞ্চল (পাতল) আৰু ইচ্ছামতে চলা চিত্তক দমন কৰাই শ্ৰেয়। সংযত চিত্তই সুখ দিয়ে।

চঞ্চল আৰু অদমনীয় চিত্তক সংযমিত কৰিব পাৰিলে মায়াবন্ধন ছেদ কৰি মোক্ষ লাভ কৰিব পাৰি।

> "দূৰঙ্গমং একচৰং অসৰীৰং গুহাসয়ং,
> যে চিত্তং সঞ্ঞমেস্সন্তি মোক্খন্তি মাৰ বন্ধনা

সাধাৰণ গৃহস্থীৰ বাবেও শীলাদি পালন, দানশীলতা, ত্ৰিৰত্নত শ্ৰদ্ধা, ইন্দ্ৰিয় সংযম, অপ্ৰমাদ, ৰাগ-ক্ৰোধ আৰু হিংসা দ্বেষ ত্যাগ, তৃষ্ণা-ক্ষয় আদিৰ বিধানো ধম্মপদত আছে।

বিপুল বৌদ্ধ সাহিত্যৰ পঠন-পাঠন আৰু বিশ্লেষণৰ দ্বাৰা জানিব পৰা যায় যে বুদ্ধৰ নিজৰ ধৰ্মমত পৰৱৰ্তী কালত নানা সম্প্ৰদায়ৰ হাতত সাৰ্বজনীন ৰূপ পৰিগ্ৰহ কৰিছিল। অনুধাৱন কৰিলে বুজিব পাৰি যে বুদ্ধৰ ধৰ্মমত সংকীৰ্ণ নাছিল আৰু সেয়েহে বহু শতাব্দী কাল ধৰি পৃথিৱীৰ বিভিন্ন ঠাইত সিঁচৰিত হৈ পৰিছিল। বুদ্ধ কোনো সমাজতাত্ত্বিক নাইবা পাপীসকলৰ ত্ৰাণকৰ্তা নাছিল। কোনো বিশেষ জাতি বা বৰ্ণ বা সম্প্ৰদায়ৰ সামাজিক অৱস্থাৰ উন্নতি সাধন কৰা সেই ধৰ্মৰ উদ্দেশ্য নাছিল। মানুহৰ ব্যক্তিগত জীৱনৰ মুক্তি বা নিৰ্বাণ-সন্ধান দিবলৈ বুদ্ধদেৱে আত্মোৎসৰ্গ কৰিছিল। কঠোৰ সাধনাত সিদ্ধি লাভ কৰি আনকো সেই পথ ল'বলৈ যি উপায় উদ্ভাৱন কৰি গ'ল তাতেই বৌদ্ধ ধৰ্মৰ মুখ্য উদ্দেশ্য আৰু বৈশিষ্ট্য।

হিন্দু ব্ৰাহ্মণ্য ধৰ্মৰ বানপ্ৰস্থ আৰু সন্ন্যাস ধৰ্মৰ ই এক অন্য ৰূপ বুলি ক'ব পৰা যায়। এই বানপ্ৰস্থকেই বুদ্ধই সাৰ্বজনীন কৰিবলৈ চেষ্টা কৰিছিল। বানপ্ৰস্থী আৰু বৌদ্ধ ধৰ্মতো জাতি বা বৰ্ণৰ বিচাৰ নাই। ব্ৰাহ্মণৰ ব্ৰহ্মচৰ্য ব্ৰত পালন কৰা, সঁচা কথা কোৱা অহিংসা, অস্তেয় আৰু অপৰিগ্ৰহ আদি ব্ৰত পালন কৰা উভয় ধৰ্মৰেই মূল সূত্ৰ।

নিৰ্দিষ্ট সময়ত লাভ কৰা ভিক্ষাৰে দেহ পালন কৰা সকলো প্ৰাণীৰে হিত সাধন, সকলোৰে প্ৰতি সমদৃষ্টি, অধ্যয়ন আৰু ধ্যান-ধাৰণাত সময় অতিবাহিত কৰি নিজৰ মুক্তি আৰু আন দহজনৰ মোক্ষ কামনা কৰা বৌদ্ধ ভিক্ষু আৰু ব্ৰাহ্মণ পৰিব্ৰাজক উভয়ৰে অৱশ্যেকৰ্তব্য।

এইদৰে ধম্মপদত থকা আটাইবোৰ বৰ্গৰ গাঁথাসমূহ বিশ্লেষণ কৰিলে দেখা যায় যে উক্ত গাঁথাসমূহ কেৱল বৌদ্ধ ধৰ্মৰ বাণী হিচাপে বৌদ্ধ ধৰ্মাৱলম্বীসকলৰ নিৰ্বাণ প্ৰাপ্তিৰ কাৰণে ৰচিত হোৱা নাছিল। ইয়াৰ দ্বাৰা সমগ্ৰ মানৱ জাতিৰ কল্যাণৰ কাৰণেহে ৰচিত হৈছিল বুলি নিসন্দেহে ক'ব পৰা যায়। সেয়ে ধম্মপদৰ ধৰ্মক কোনো সম্প্ৰদায় বা ধৰ্মীয় গোষ্ঠীৰ বুলি নকৈ ইয়াক মানৱিক বাদী আৰু সাৰ্বজনীন ধৰ্মমত বুলি ক'লেও অত্যুক্তি কৰা নহয়।

---

*উত্তৰ জামুগুৰি শাখা সাহিত্য সভাৰ (১৯৯৩ চন) কপালী জয়ন্তী বৰ্ষৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত। সহায় লোৱা গ্ৰন্থ—শ্ৰীমৎ নন্দবংশ মহাস্থবিৰ অনূদিত "ধম্মপদ"।*

# "বৌদ্ধ সাহিত্যৰ ভিতৰুৱা হ'লেও ধম্মপদৰ ধৰ্ম— ধৰ্মনিৰপেক্ষ"

'ধম্মপদ' বৌদ্ধ গ্ৰন্থ হ'লেও এই দেশত গীতাতকৈ কম আদৰ পাইছিল বুলি মনত ধাৰণা নহয়। আন আন প্ৰাচীন ধৰ্মত পূজা আৰু ক্ৰিয়া-কাণ্ডৰ ব্যৱস্থা আছে। বৌদ্ধ ধৰ্মত সেইটো নাই। বৌদ্ধসকলৰ বাবে নিৰ্দেশ স্তূপ বা চৈত্য-পূজাৰ, কোনো দেৱ-দেৱীৰ নহয়। এই পূজাৰ নিয়মানুসৰি প্ৰত্যেক বৌদ্ধই ত্ৰিশৰণ গ্ৰহণ কৰিব লগা হয়—অৰ্থাৎ সৰ্বশ্ৰেষ্ঠ ভগৱান, তেওঁৰ ধৰ্ম একমাত্ৰ নিৰ্বাণগামী মাৰ্গ আৰু তেওঁৰ শিষ্যসঙ্ঘহে দানৰ বাবে একমাত্ৰ পুণ্যক্ষেত্ৰ। এই 'ত্ৰিৰত্ন'ৰ প্ৰতি অবিচলিত শ্ৰদ্ধাভক্তি দেখুওৱা প্ৰয়োজন। প্ৰাচীন ত্ৰিপিটক গ্ৰন্থত ইয়াতকৈ বেছি ভক্তি বা পূজাৰ ব্যৱস্থা পৰিদৃশ্যমান নহয়। প্ৰাচীন বৌদ্ধ ধৰ্ম প্ৰধানতঃ নীতি আৰু ধ্যানমূলক। বুদ্ধই ইয়াক তেওঁৰ অষ্টাঙ্গিক মাৰ্গৰ বিবৃতিত বহুল ব্যাখ্যা দিছে। এই মাৰ্গৰ আঠোটাৰ ভিতৰত তিনিটা নীতিমূলক, অৰ্থাৎ কায়িক আৰু বাচিকৰ দ্বাৰা কেনেকৈ নৈষ্ঠিক ব্ৰহ্মচাৰী হ'ব পাৰি, সেই সম্বন্ধে আৰু চাৰিটি ধ্যানমূলক অৰ্থাৎ চিত্ত সংযম কৰা, আৰু কু-মনোভাৱ ত্যাগ কৰি সুচিন্তাত মনোনিৱেশ কৰাটো।

ব্ৰহ্মাচৰ্য, চিত্ত আৰু সংযম, তাৰ সৈতে চিত্তৰ একাগ্ৰতা যে মুক্তিলাভৰ প্ৰথম দুটা সোপান, সেইটো সকলো ধৰ্মই প্ৰায় গ্ৰহণ কৰিছে; কিন্তু বৌদ্ধ ধৰ্মত এই দুটা গুণৰ ওপৰত যিমান গুৰুত্ব আৰোপ কৰা দেখা যায়, অন্য ধৰ্মত সিমান দেখা নেযায়। অষ্টাঙ্গিক মাৰ্গৰ সাতোটা অঙ্গকেই অন্য ধৰ্মালম্বীৰ কাৰণে নিৰ্বিবাদে গ্ৰহণযোগ্য। এই দৃষ্টিকোণৰ পৰা বৌদ্ধ ধৰ্মক সৰ্ববাদী সম্মত বুলি অভিহিত কৰিব পাৰি। মহাপুৰুষ শংকৰদেৱেও সেয়েহে বুদ্ধক, ভগৱানৰ দহোটা অৱতাৰৰ ভিতৰত এটা বুলি স্বীকৃতি দিছে।

অন্যান্য ধৰ্মৰ লগত বৌদ্ধ ধৰ্মৰ প্ৰভেদ অষ্টম অঙ্গত, অৰ্থাৎ 'সম্যক দৃষ্টিত'। বৌদ্ধ ধৰ্মত সম্যক দৃষ্টিৰ অৰ্থ হৈছে অনিত্য আৰু অনাত্ম, এই জ্ঞানৰ।

কিন্তু অনাত্মবাদ ভাৰতৰ ভালেমান দৰ্শনত জগতৰ অনিত্যতা স্বীকাৰ কৰে যদিও স্বীকৃত হোৱা নাই। মহাপুৰুষ শংকৰদেৱেও 'কীৰ্তন'ৰ বেদস্তুতিত জগতৰ অনিত্যতাৰ কথা এনেদৰে উল্লেখ কৰিছে—

"তুমি সত্যব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততে সদা তুমিয়ে প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।"

ভগবান বুদ্ধই বাৰে বাৰে কৈছে যে, জগত যেতিয়া অনিত্য, তেন্তে নিত্য বা সাৰবস্তুৰ স্থান ক'ত? স্থূল শৰীৰ অথবা সূক্ষ্ম চিত্ত, এই দুয়োটাকে বা দুটাৰ এটাকে সৰ্বসাধাৰণে আত্মা বুলি ভাবে। কিন্তু ইইতৰ দুয়োটাই যেতিয়া অনিত্য তেন্তে কোনোটো সাৰযুক্ত বা নিত্য বুলি কোৱাটো যুক্তিহীন আৰু শৰীৰৰ মাজত নিষ্ক্রিয় আত্মাৰ কল্পনা কৰাও নিৰৰ্থক। বুদ্ধ ভগবানৰ এই বাণী ভাৰতৰ সকলো দাৰ্শনিকে গ্ৰহণ কৰিব পৰা নাই। ইয়াৰ আংশিক কাৰণ হৈছে যে অতি প্ৰাচীন কালৰ পৰাই আত্মাৰ অস্তিত্বৰ কল্পনা চলি আহিছে আৰু চলি অহা বিশ্বাস ভাৰতৰ বহু দাৰ্শনিকে ত্যাগ কৰিব পৰা নাই। অস্তিত্ব আৰু অনস্তিত্ব মতবাদৰ বাবেই বৌদ্ধ দৰ্শন, অন্য পুনৰ্জন্ম, আনকি নিৰ্বাণৰ সৈতে ব্ৰাহ্মণ্য ধৰ্মৰ কৰ্মবাদ, পুনৰ্জন্ম আৰু মুক্তিৰ লগত কোনো বিশেষ প্ৰভেদ নাই।

ধম্মপদৰ নীতি গাঁথাত ত্ৰিশৰণ, চতুৰাৰ্য সত্য আৰু অষ্টাঙ্গিক মাৰ্গৰ উল্লেখ কৰিছে। এই তিনিটাৰ ভিতৰত অষ্টাঙ্গিক মাৰ্গৰ ব্যাখ্যাৰ ওপৰত যেন ধম্মপদৰ বেছি গুৰুত্ব আৰোপ কৰিছে, এনে অনুমান হয়।

ধম্মপদৰ মুখ্য উদ্দেশ্য হৈছে গৃহস্থ বা জনসাধাৰণক নৈতিক শিক্ষা দিয়াটো অৰ্থাৎ তেওঁলোকে কি উপায়েৰে জীৱন-যাপন কৰিলে নৈতিক উন্নতি সাধন কৰিব পাৰিব তাক ব্যক্ত কৰাটো।

'ধম্মপদ'ৰ ৰচয়িতা কোন তাক জনা নেযায়। বৌদ্ধ সাহিত্যত সেই গ্ৰন্থক বুদ্ধবাণী বোলা হয়। বুদ্ধদেৱৰ নিজৰ ৰচনা নহ'লেও সেই গ্ৰন্থ যে বৌদ্ধ সাহিত্যৰ এখন প্ৰাচীনতম গ্ৰন্থ তাত অকণো সন্দেহ নাই। ধম্মপদৰ বিষয়বস্তু আৰু তাৰ সহজ সৰল ৰচনাভঙ্গীয়ে সেই গ্ৰন্থক ভাৰতীয় সাহিত্যত অমৰ কৰি ৰাখিব। আৰু যি গ্ৰন্থই প্ৰাচীন কালত প্ৰায় সমগ্ৰ এছিয়াতে নানা জাতিৰ সমাদৰ লাভ কৰিছিল, সেইটো এতিয়া ধৰ্ম-পিপাসুৰ মন উদ্বেলিত কৰিব নোৱাৰিব আৰু সাহিত্য ৰসিকসকলৰ মনত আনন্দৰস সঞ্চাৰ কৰিব নোৱাৰিব, এনে কথা মনেৰে ভবাৰ কোনো অৱকাশ থাকিব নোৱাৰে।

বিপুল বৌদ্ধ সাহিত্যৰ বিষয়ে তুলনামূলক আলোচনা কৰিলে বুজি পোৱা যায় যে বুদ্ধৰ নিজৰ ধৰ্মমত পৰৱৰ্তী কালত নানা সম্প্ৰদায়ৰ হাতত বিভিন্ন ৰূপ পৰিগ্ৰহ কৰিছিল। যিকোনো শক্তিশালী ধৰ্মমতৰ ক্ৰমবিকাশত কোনেও বাধা দিব নোৱাৰে। বুদ্ধৰ ধৰ্মমত সংকীৰ্ণ নাছিল, সেই কাৰণেই বহু শতাব্দী ধৰি সেই ধৰ্মমতে প্ৰসাৰতা লাভ কৰিছিল।

প্ৰকৃতপক্ষে বুদ্ধ ছোচিয়েলিষ্ট নাইবা পতিত পাৱনৰ কোনোটোৱেই নাছিল। কোনো বিশেষ জাতি বা বৰ্ণ বা সম্প্ৰদায়ৰ সামাজিক অৱস্থাৰ উন্নতি বিধান, সেই ধৰ্মৰ উদ্দেশ্য নাছিল; মানুহৰ ব্যক্তিগত মুক্তিৰ পথৰ সন্ধান দিয়াতেই তেওঁ নিজৰ জীৱন উৎসৰ্গা কৰিছিল। সুদীৰ্ঘ দিনৰ সাধনাত সেই পথৰ সন্ধান পাই দহজনক সেই পথেৰে পৰিচালিত কৰিবলৈ চেষ্টা কৰাই তেওঁৰ মুখ্য উদ্দেশ্য আছিল। এই মুক্তিৰ পথ হৈছে গৃহত্যাগী ভিক্ষুৰ পথ, কোনো বিশিষ্ট বৰ্ণৰ নিজস্ব নাছিল। বস্তুতঃ এই পথ ব্ৰাহ্মণ্য ধৰ্মৰ বানপ্ৰস্থ আৰু সন্ন্যাসৰ ৰূপান্তৰ মাথোঁ। এই বানপ্ৰস্থকেই বুদ্ধই সাৰ্বজনীন কৰিবলৈ চেষ্টা কৰিছিল। বানপ্ৰস্থী ধৰ্মত জাতি বা বৰ্ণৰ বিচাৰ নাই, বুদ্ধ-ধৰ্মৰো নাছিল।

ব্ৰাহ্মণৰ ব্ৰহ্মচৰ্য পালন কৰা, সঁচা কথা কোৱা, অহিংসা, অস্তেয় আৰু অপৰিগ্ৰহ আদি ব্ৰত গ্ৰহণ কৰা উভয় ধৰ্মৰেই মূল সূত্ৰ।

নিৰ্দিষ্ট সময়ত লাভ কৰা ভিক্ষাৰে দেহ পালন কৰা, সকলো প্ৰাণীৰ ওপৰত সমদৃষ্টি, অধ্যয়ন আৰু ধ্যান-ধাৰণাত সময় অতিবাহিত কৰি মুক্তি কামত বৌদ্ধ ভিক্ষু আৰু ব্ৰাহ্মণ পৰিব্ৰাজক উভয়ৰেই লক্ষ্য।

সাধাৰণ গৃহস্থীৰ বাবে শীলাদি পালন, দানশীলতা, ত্ৰিৰত্নত শ্ৰদ্ধা, ইন্দ্ৰিয় সংযম, অপ্ৰমাদ, ৰাগ আৰু দ্বেষ ত্যাগ, তৃষ্ণা ক্ষয় আদিৰ বিধান ধৰ্মপদত আছে।

ধম্মপদত শ্ৰমণ আৰু ভিক্ষুসকলৰ প্ৰতি উপদেশবাণী আছে, তথাপি ই তাৰ গৌণ উদ্দেশ্যহে, মুখ্য নহয়। শীল পালনৰ যোগেদি সাধকে ব্ৰহ্মচাৰী হ'ব পাৰে আৰু ইয়েই বৌদ্ধ সাধনাৰ প্ৰথম সোপান।

ব্ৰহ্মচৰ্য সাধনা সম্পন্ন কৰাৰ পাছত সাধকক চিত্ত সংযমৰ উপদেশাবলী প্ৰদান কৰা হয় আৰু লগতে চিত্ত সংযমৰ ফলত চিত্তবৃত্তিৰ সংযম সাধিত হয়। চিত্তইহে সকলো দুঃখৰ কাৰণ আৰু সৰ্বমানসিক ক্ৰিয়াদিৰ অগ্ৰগামী আৰু চঞ্চল চিত্তক যে দমন কৰাটো কঠিন তাক ধম্মপদৰ ভালেমান শ্লোকত বৰ্ণিত হৈছে। 'অপ্পমাদ বগ্গ'ৰ ধম্মপদৰ কেইটামান শ্লোকৰ কথা উল্লেখ কৰা হ'ল—

'দুন্নিগ্গহস্স লহুনো মথকামনিপাতিনো
চিত্তস্স দমলো সাধু চিত্তং দন্তং সুখাবহ।।

অৰ্থাৎ দুৰ্নিগ্ৰহ, পাতল আৰু ইচ্ছামতে চলা চঞ্চল চিত্তক দমন কৰাই ভাল। সংযত চিত্তই সুখ দিয়ে।

চিত্ত সংযম, চিত্তৰ একাগ্ৰতা আৰু কুচিন্তা ত্যাগ, সুচিন্তাৰ প্ৰয়াস, অষ্টাঙ্গিক মাৰ্গৰ দ্বিতীয় প্ৰক্ৰিয়া। 'অপ্পমাদ বগ্গ'ৰ আন এটি শ্লোকত চিত্তক সংযমিত কৰাৰ কথা দোহাৰিছে।

'সুদুদ্দসং সুনিপুণং মথকাম নিপাতিনং
চিত্তং ৰক্খেয্য মেধাৱী চিত্তং গুত্তং সুখাবহং।'

অৰ্থাৎ বুধিয়ক লোকে সদায় কুটিল আৰু ইচ্ছামতে চলা মনোবৃত্তিৰ প্ৰতি লক্ষ্য ৰাখিব লাগে। ভালদৰে চিত্তই সুখদান কৰে।

চিত্তক সংযমিত কৰিব পাৰিলে মায়াবন্ধন ছেদ কৰিব পাৰি বুলি অন্য এটি শ্লোকত উল্লেখ কৰিছে।

"দুৰঙ্গমং একচৰং অসৰীৰং গুহাসয়ং,
যে চিত্তং সঞ্ঞমেস্সন্তি মোক্খন্তি মাৰবন্ধনা।'

অৰ্থাৎ যি লোকে দূৰলৈ যোৱা, অকলে ফুৰা, অশৰীৰী আৰু গুহাত থকা চিত্তক

সংযত কৰে; তেওঁলোক মায়াৰ বান্ধোনৰ পৰা মুক্তি লাভ কৰে।

সংযত নকৰা চিত্তই শত্ৰুতকৈয়ো যে বেছি অনিষ্ট কৰিব পাৰে আন এটি শ্লোকত দেখুওৱা হৈছে।

> "দিসো দিসং মং তং কয়িৰা বেৰী বা পন বেৰিনং
> মিচ্ছাপণিহিতং চিত্তং পাপিয়ো নং ততো কৰে।"

অৰ্থাৎ এজন হিংসুকে আন এজন লোকৰ বা এজন শত্ৰুৱে আন এজন শত্ৰুৰ যিমান অনিষ্ট কৰিব পাৰে বিপথে যোৱা চিত্তই মানুহৰ তাতোকৈ বেছি ক্ষতি কৰিব পাৰে।

আনহাতে, ঠিকমতে পৰিচালিত চিত্তই পিতৃ-মাতৃ বা আন আত্মীয় লোকে উপকাৰ কৰিব পৰাতকৈ বেছি উপকাৰ কৰিব পাৰে।

> "ন তং মাতা পিতা কযিৰা অঞঞে বাপি চঞাতকা,
> সম্মাপণিহিতং সেয্যসো নং ততো কৰে।"

অৰ্থাৎ ভালকৈ চলোৱা চিত্তই যিমান উপকাৰ কৰিব পাৰে—পিতৃ-মাতৃ বা আন কোনো আত্মীয় লোকেও তিমান উপকাৰ কৰিব নোৱাৰে।

'অপ্পমাদ বগ্গ'ত বুদ্ধৰ আন কিছুমান উপদেশ-বাণী প্ৰকাশ কৰিছে যিবোৰ কেৱল বৌদ্ধ ভিক্ষুসকলৰ কাৰণেই প্ৰযোজ্য নহয়, সৰ্বকালৰ সকলো বৰ্ণৰ আৰু সকলো ধৰ্মৰ লোকৰ কাৰণেও।

অপ্ৰমাদ অমৃতৰ পথ স্বৰূপ। প্ৰমাদ মৃত্যুৰ পথ স্বৰূপ। অপ্ৰমাদ লোক অমৰ আৰু প্ৰমত্ত লোক সদায় মৰা। এইবোৰ সত্য বুলি জানি পণ্ডিত সকলে আৰ্যসকলৰ ধৰ্মত ৰত থাকে আৰু অপ্ৰমাদত প্ৰণোদিত হয়। যি ধ্যান পৰায়ণ উদ্যমশীল আৰু সদায় দৃঢ় পৰাক্ৰমী, এনে ধীৰ লোকে পৰম শান্তিৰূপ নিৰ্বাণ লাভ কৰে।

সদায় সাৰে থকা, স্মৃতিবান আৰু পবিত্ৰ কৰ্মা, বিশেষ বিচাৰ কৰি কাম কৰা, সংযত আৰু ধৰ্ম-পৰায়ণ অপ্ৰমাদী লোকৰ যশ-সৌৰভ বাঢ়ি যায়।

এইদৰে 'অপ্পমাদ বগ্গ'ত থকা ১২টা শ্লোক বিশ্লেষণ কৰি চালে দেখা যায় যে ইয়াত উল্লেখ কৰা নীতি-বচন তথা বাণী অকল বুদ্ধদেৱৰ শিষ্য-প্ৰশিষ্যসকলৰ কাৰণেই ৰচিত হোৱা নাছিল, নাইবা কোনো এটি সম্প্ৰদায়ৰ লোকৰ কাৰণেও নাছিল।

ধম্মপদৰ 'পুপ্ফ বগ্গ'ত ১৮টা শ্লোক আছে। প্ৰায় আটাইকেইটা শ্লোকতেই মানুহে পালন কৰিবলগীয়া, মানুহৰ জীৱন নিৰ্বাহৰ আৱশ্যকীয় নানা বিষয়ৰ উপদেশ, কৰ্তব্য-অকৰ্তব্য, নীতি-বচন, বৌদ্ধ ধৰ্মৰ মূল নীতি আদি বিষয়ৰ বৌদ্ধ বাণীসমূহ ইয়াত সন্নিবিষ্ট কৰিছে। ইয়াত ফুল, মালী, ভোমোৰা আদি প্ৰকৃতিৰ উপাদানসমূহৰ লগত মানুহ, মানুহৰ কাৰ্যাৱলী তুলনা কৰি ধৰ্মীয় তত্ত্বসমূহ সম্যকৰূপে ফুটাই তুলিছে। তাৰ ফলত এফালে বিষয়বস্তু সৰ্বজনবোধ্য হৈছে, আনফালে ধৰ্মীয় গধুৰ তত্ত্বসমূহ মনোৰম ৰূপত প্ৰকাশ পাইছে।

তলত ‘পুপ্‌ফ বগ্‌গ’ৰ কেইটামান উদ্ধৃতি দি ধৰ্মনিৰপেক্ষতা আৰু সাৰ্বজনীনতা প্ৰতিপন্ন কৰা হ’ল।

১। “যথাপি পুপ্‌ফৰাসিম্‌হা কয়িৰা মালা গুণে বহু,
এবং জাতেন মচ্চেন কত্তবং কুসলং বহুং।”

অৰ্থাৎ যিদৰে পুষ্প ৰাশিৰ পৰা বহুতো মালা গাঁথা হয়, সেইদৰে মৰণশীল মানুহেও জন্মগ্ৰহণ কৰি বহুতো সৎকাম কৰা উচিত।

২। “পুপ্‌ফানিহেৱ পচিনন্তং ৱৎসত্তমনসং নৰং,
সুত্তং গামং মহোঘোৱ মচ্চু আদায় গচ্ছতি।”

অৰ্থাৎ (ভোগৰ) পুষ্প সংগ্ৰহত ৰত ব্যক্তিৰ দৰে যেয়ে ৰূপাদিত আসক্ত, সেইবিলাকক বাসনা পূৰণ নৌহওঁতেই মৃত্যুৱে বশীভূত কৰে।

৩। “যথাপি ভমৰো পুপ্‌ফং ৱণ্ণগন্ধং অহেঠয়ং,
পলেতি ৰসমাদায় এবং গামে মুনীচৰে।”

অৰ্থাৎ ভোমোৰাই ফুলৰ বৰণ বা গোন্ধ নষ্ট নকৰি কেৱল মৌ আহৰণ কৰি আঁতৰ হয়, মুনিসকলেও গাঁওত কাকো অনিষ্ট নকৰি সেইভাৱে বিচৰণ কৰে।

৪। “যধাপি ৰুচিৰং পুপংফং ৱণ্ণৱন্তং অগন্ধকং,
এবং সুভাসিতাবাচা অফলা হোতি অকুব্ৱতো।
যথাপি ৰুচিৰং পুপ্‌ফং ৱণ্ণৱন্তং সগন্ধকং,
এবং সুভাসিতা ৱাচা সফলা হোতি সকুব্ৱতো।”

অৰ্থাৎ সুন্দৰ বৰণৰ ফুল গোন্ধহীন হ’লে নিষ্ফল হয়, সেইদৰে সুন্দৰ বাক্য কাৰ্যত পৰিণত নকৰিলে নিষ্ফল হয়। সুন্দৰ বৰণৰ ফুল গোন্ধ থাকিলে সফল হয়; সুন্দৰ বাক্যও পৰিণত কৰিলে সফল।

৫। “ন পৰেসং ৱিলোমানি ন পৰেসং কতাকতং
অওনো’ৱ অৱেক্‌খেয্য কতানি সকতানি চ।”

অৰ্থাৎ পৰৰ দোষ-গুণত মন নিদিবা, পৰে কি কৰিলে নকৰিলে তালৈ চকু নিদিবা, যি যি কৰিছা বা কৰা নাই তাকেহে চকু দিয়া উচিত।

এইদৰে ‘অপ্‌পমাদ বগ্‌গ’ আৰু ‘পুপ্‌ফ বগ্‌গ’ৰ প্ৰতিটো শ্লোক বিশ্লেষণ কৰিলে দেখা যায় যে উক্ত শ্লোকসমূহ সমগ্ৰ মানৱ জাতিৰ কল্যাণৰ কাৰণেহে ৰচিত, অকল কোনো এটা সম্প্ৰদায়ৰ লোকৰ কাৰণে ৰচিত হোৱা নাছিল। সেয়ে ‘ধম্মপদ’ৰ ধৰ্মক কোনো সম্প্ৰদায়ৰ বুলি নকৈ ইয়াক ধৰ্মনিৰপেক্ষ তথা সাৰ্বজনীন বুলি ক’ব পৰা যায়।

---

# অসমীয়া শিশু সাহিত্যৰ চমু ইতিবৃত্ত

অসমীয়া শিশু-সাহিত্যৰ ইতিহাস তেনেই নতুন নহয়-পুৰণি। দূৰ অতীতৰ পৰাই অৰ্থাৎ লিখিত সাহিত্যৰ উদ্ভৱ হোৱাৰ আগৰে পৰাই নিচুকনি গীত গাই অথবা গল্প বা সাধুকথা কৈ কৌতূহলী মন প্ৰশমিত কৰাৰ গাইগুটীয়া অথবা আনুষ্ঠানিক ৰীতি মৌখিকভাৱে প্ৰচলিত হৈ আহিছে। এই ক্ষেত্ৰত পিতৃ-মাতৃ, ধাত্ৰী বা পৰিচাৰিকাসকলে মুখ্য ভূমিকা গ্ৰহণ কৰি আহিছে। গীতৰ মৌবৰষা সুৰ বা লয়, কাহিনী কথনৰ প্ৰকাশ ভংগীৰে শিশুসকলক এনে এখন কল্প-লোকলৈ লৈ যোৱা হয়, য'ত সঁচা-মিছা, প্ৰাকৃত-অপ্ৰাকৃত, বাস্তৱ-অবাস্তৱ, সম্ভৱ-অসম্ভৱ একাকাৰ হৈ পৰে, যিহেতু শিশুসকলৰ মন কল্পনাবিলাসী আৰু অতি সহজ বিশ্বাসী। মানুহৰ মুখ বাগৰি অহা এই গীত আৰু সাধু কথাবোৰ এসময়ত লিপিবদ্ধ হ'বলৈ ধৰে আৰু ই লিখিত সাহিত্যৰূপে পৰিগণিত হয়।

শিশুসকলৰ সুপ্ত বুদ্ধি-বৃত্তি আৰু ৰুচি-অভিৰুচিবোৰ সম্যকভাৱে বিকাশ কৰিবলৈ অৰ্থাৎ তেওঁলোকৰ শাৰীৰিক, মানসিক আৰু নৈতিক তথা আধ্যাত্মিক উৎকৰ্ষ সাধন কৰিবলৈ শিশু সাহিত্য ৰচনা কৰা উচিত। শিশুসকলৰ শাৰীৰিক উন্নতি আৰু মানসিক বিকাশ সাধন কৰিবলৈ হ'লে তেওঁলোকৰ অন্তৰত থকা দয়া, মৰম, চেনেহ, প্ৰেম-প্ৰীতি, সহানুভূতি, কল্পনা শক্তি আৰু সুকুমাৰ বৃত্তিবোৰ জাগ্ৰত কৰিবলৈ চেষ্টা কৰা উচিত। লগতে শিশুমনৰ অনুসন্ধিৎসা বৃদ্ধি কৰা, শৃঙ্খলাবোধৰ শিকনি দিয়া, আত্মকেন্দ্ৰিকতাৰ পৰিবৰ্তে সামূহিক হিত সাধনৰ প্ৰতি ধাউতি বঢ়োৱা, পৰ-নিৰ্ভৰশীলতাৰ বিপৰীতে আত্ম নিৰ্ভৰশীলতাৰ মনোভাব গঢ়ি তোলা, কদৰ্যবোধৰ ধাৰণাৰ প্ৰতিকূলে সৌন্দৰ্যবোধ জাগ্ৰত কৰা, সুনাগৰিক হ'ব পৰাকৈ অনুকূল পৰিবেশ উন্মেষ কৰা আৰু বয়স অনুযায়ী নৈতিক তথা আধ্যাত্মিক জ্ঞান লাভৰ বীজ ৰোপণ কৰাটো প্ৰকৃততে শিশু সাহিত্যৰ লক্ষ্য, উদ্দেশ্য আৰু আদৰ্শ হোৱা বাঞ্ছনীয়।

আগতেই উল্লেখ কৰা হৈছে যে শিশুসকল বৰ সহজ-সৰল আৰু সহজ বিশ্বাসী। সেয়ে শিশু সাহিত্যৰ প্ৰকাশ-ভংগীও তেনেই সহজ-সৰল অথচ আকৰ্ষণীয় হোৱা উচিত। ভাষা প্ৰয়োগৰ ক্ষেত্ৰতো অতি সাৱধানতা অৱলম্বন কৰা যুগুত। বয়স অনুসৰি শিশুসকলৰ মনে গ্ৰহণ কৰিব পৰা শব্দ আৰু অৰ্থ, অনুপ্ৰাসযুক্ত বাক্যৰ প্ৰয়োগ কঠিন আৰু দুৰ্বোধ্য শব্দযুক্ত বাক্যৰ প্ৰয়োগ পাৰ্যমানে পৰিহাৰ, অতি সহজে মনত ৰাখিব পৰা চুটি লয়যুক্ত শ্ৰুতি-মধুৰ বাক্যৰ প্ৰয়োগ আৰু বিষয়-বস্তুৰ লগত খাপ খোৱা চিত্ৰ-কল্পযুক্ত বৰ্ণনা শিশু সাহিত্যৰ অপৰিহাৰ্য কথা।

পুৰণি অসমীয়া সাহিত্য কেৱল শিশুসকলৰ মনোৰঞ্জনৰ কাৰণে আচুতীয়াকৈ ৰচনা কৰা হোৱা নাছিল। সেই সময়ত ৰচনা কৰা শ্ৰীধৰ কন্দলীৰ কাণখোৱা, ৰাম সৰস্বতীৰ ভীম চৰিত আৰু মহাপুৰুষ শংকৰদেৱৰ 'কীৰ্তন ঘোষা'ৰ 'শিশু লীলা' আদি ৰচনাই সেই সময়ৰে পৰা আজিলৈকে বুঢ়া, আদহীয়া আৰু শিশুসকলৰ মনৰ খোৰাক দি আহিছে। মহাপুৰুষ মাধৱদেৱৰ বৰগীত, নাট আৰু ঝুমুৰা সমূহত চিত্ৰিত কৰা শ্ৰীকৃষ্ণৰ মানৱ শিশুৰ ভেম, অভিমান, আমনি, দুষ্টালি, উম্ভগালি, চাতুৰি আদি গুণেও বুঢ়া, ডেকা আৰু শিশুসকলক সমানে আকৰ্ষণ কৰে আৰু অনাবিল আনন্দৰ খোৰাক যোগায়।

ওপৰত উল্লেখ কৰা পুৰণি সাহিত্যৰাজিত বৰ্ণনা কৰা ভীম আৰু শ্ৰীকৃষ্ণ চৰিত্ৰৰ জৰিয়তে শিশুসকলে ভীমৰ শক্তিবল আৰু ভোজন প্ৰাচুৰ্যত আশ্চৰ্যবোধ কৰে আৰু শ্ৰীকৃষ্ণৰ মানৱীয় লীলাত তেওঁলোকে তাত নিজেই প্ৰতিবিম্বিত হোৱা যেন পাই আনন্দিত হয়; ডেকাসকলে ভীমৰ বাহুবলৰ প্ৰতি আকৰ্ষিত হয় আৰু উদগনি লাভ কৰে আৰু শ্ৰীকৃষ্ণৰ চৰিত্ৰৰ এফালে মানৱীয় আনফালে ঐশ্বৰিক দিশত বিমোহিত হয় আৰু বৃদ্ধসকলে শ্ৰীকৃষ্ণৰ পাৰমাৰ্থিক আৰু মানৱীয় লীলা গভীৰভাৱে উপলব্ধি কৰি ভক্তিত গদ গদ হৈ পৰে। এইবোৰৰ যোগেদি ধৰ্মৰ জয়, অধৰ্মৰ পৰাজয় আৰু সত্য পথত থাকিলে মানুহে যিকোনো বিপদৰ পৰা ৰক্ষা কৰিব পাৰে। এনে কিছুমান নৈতিক তথা ধৰ্মীয় আদৰ্শৰ জ্ঞান দিয়া হৈছিল।

প্ৰকৃতপক্ষে ক'বলৈ গ'লে 'অৰুণোদই'ৰ সময়ৰ পৰাই আধুনিক শিশু সাহিত্যৰ পাতনি মেলা হয়। এই ক্ষেত্ৰত আমেৰিকাৰ ব্যাপ্তিষ্ট মিছনেৰীসকলৰ অৱদান প্ৰশংসনীয়। তেওঁলোকে 'বাইবেলৰ সাধু', ঈগলৰ বাঁহ, 'আফ্ৰিকাৰ কোঁৱৰ', মাউৰা ছোৱালী, আৰু আন আন দেশ-বিদেশৰ সাধু আৰু নৈতিক কাহিনীযুক্ত গল্প প্ৰকাশ কৰিছিল। অসমীয়া ভাষা সাহিত্যৰ উন্নতিকল্পে মিছনেৰীসকলে অসমীয়া ভাষাত পঢ়াশালিৰ উপযোগী শিশু-পাঠ্য, সাধুকথা আদিও প্ৰকাশ কৰিছিল।

আধুনিক অসমীয়া শিশু-সাহিত্যিক বিশেষকৈ অৰুণোদই'ৰ যুগৰে পৰা এতিয়ালৈকে ৰচনা কৰা গ্ৰন্থবোৰক তলত উল্লেখ কৰা ধৰণে ভাগ কৰিব পাৰি।

(ক) অসমীয়া ভাষা-সাহিত্যৰ পুনৰ্গঠনৰ সময়ৰ পৰা এতিয়ালৈকে ৰচনা কৰা শিশুৰ উপযোগী পাঠ্য-পুথি,

(খ) নৈতিক তথা ধৰ্মীয় শিক্ষামূলক গ্ৰন্থ তথা আদৰ্শমূলক কাহিনী বা উপাখ্যান,

(গ) দেশীয় সাধুকথা আৰু বিদেশী অনূদিত সাধুকথা;

(ঘ) গীত-মাতৰ পুথি,

(ঙ) কবিতাৰ পুথি,

(চ) মহৎ আৰু আদৰ্শবান পুৰুষসকলৰ জীৱনী,

(ছ) বিজ্ঞানৰ বিচিত্ৰ কথা, নতুন নতুন আৱিষ্কাৰ আৰু দুঃসাহসিক অভিযানসমূহৰ বিৱৰণ থকা বিজ্ঞান বিষয়ক পুথি ইত্যাদি।

'অৰুণোদই'ৰ কালতে হেমচন্দ্ৰ বৰুৱাই আদি পাঠ (১৮৮৪) অসমীয়া ল'ৰাৰ ব্যাকৰণ (১৮৮৬) পঢ়াশলীয়া অভিধান (১৮৯২) স্বাস্থ্যৰক্ষাৰ নিয়ম, পাঠমালা আদি পঢ়াশলীয়া পুথি ৰচনা কৰিছিল। বলদেব মহন্তৰ উজুপাঠ (১৮৮৪) আৰু লম্বোদৰ বৰাৰ ল'ৰাবোধ ব্যাকৰণ' আৰু জ্ঞানোদয় নামৰ শিশু পাঠ্যৰ নাম উল্লেখ কৰিব পাৰি।

আনহাতে পদ্মাৱতী দেৱী ফুকননীৰ 'হিত সাধিকা', বিষ্ণুপ্ৰিয়া দেৱীৰ নৈতিক সাধুকথাৰ পুথিও উল্লেখযোগ্য শিশু সাহিত্যৰ পুথি।

জোনাকী যুগৰ লেখকসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা মধ্যমণি স্বৰূপ। তেখেতে শিশু-সাহিত্যৰ আৱশ্যকীয়তা অনুভৱ কৰি বিভিন্ন বিষয়ৰ ভালেকেইখন গ্ৰন্থ ৰচনা কৰি গৈছে। সেইবোৰৰ ভিতৰত 'ককা-দেউতা আৰু নাতি ল'ৰা', বুঢ়ী আইৰ সাধু', জুনুকা প্ৰভৃতি সাধুকথা জাতীয় গ্ৰন্থ। অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰ সভাপতিৰ অভিভাষণত প্ৰাথমিক আৰু উচ্চ পৰ্যায়ৰ শিক্ষা বিস্তাৰৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি তেখেতে এনেদৰে পৰামৰ্শ দান কৰিছে—

"বিশেষকৈ দৰকাৰ অসমত প্ৰাথমিক শিক্ষা বিস্তাৰ। আমাৰ এই সাহিত্য সভাই সেই কাৰ্যৰ অৰ্থে বিশেষকৈ চেষ্টা কৰাটো মই উচিত বিবেচনা কৰোঁ। নিজৰ জাতীয় গৌৰৱৰ বিষয়ে আৰু কেনেকৈ সেই জাতীয় গৌৰৱ ৰক্ষা কৰিব পাৰি, কি কি কাৰণত আমি পূৰ্বৰ জাতীয় গৌৰৱৰ অৱস্থাৰ পৰা খহি পৰি এই শোচনীয় অৱস্থাত পৰিছোঁহি, কি কি উপায় অৱলম্বন কৰিলে, কোন কোন ভুল-ভ্ৰান্তি সংশোধন কৰিলে আমি হেৰোৱা গৌৰৱ পুনৰ লাভ কৰিব পাৰিম ইত্যাদি বিষয় উজুভাৱে সৰ্বসাধাৰণক শিক্ষা দি বুজোৱাটো শিক্ষিত আৰু জনা-বুজাসকলৰ কাম। নিজৰ দেশৰ বস্তুলৈ হেঁপাহ বঢ়োৱা, নিজক নিজে চিনি পোৱা, আনে নিজক নাপাহৰা, স্বদেশৰ সকলো ভাল বিষয়তে গৌৰৱ অনুভৱ কৰা, নিজৰ ভৱিষ্যত ভৰ দি, আত্মসন্মান, আত্মমৰ্যাদা নিখুঁত ৰাখি মানুহ হ'বলৈ শিকোৱাটো প্ৰাথমিক শিক্ষাৰ ঘাইকৈ, কাৰণ মনুষ্য জীৱনৰ এইবোৰেই প্ৰথম সূত্ৰ। শিক্ষা নিজৰ দেশ, স্বভাৱ আৰু অৱস্থানুসাৰে হোৱাটোৱেই স্বভাৱৰ গতি নোহোৱাটোৱে ব্যতিক্ৰম বা অতিক্ৰম বা বিভচ্ছবিক্ৰম। শিশু-সাহিত্য গঠনৰ কালেও এই সভাৰ মনোযোগ আকৰ্ষিত হোৱাটো উচিত। শিশু-সাহিত্যই ভৱিষ্যত সমাজৰ ধৰণী শিশুক আগলৈ ডেকা বুঢ়া হ'বৰ অমোঘ মন্ত্ৰ কাণত দি মন্ত্ৰপূত কৰে। নিজৰ দেশৰ গৌৰৱজনক কথা, বীৰ পুৰুষসকলৰ গুণ-গাথা আৰু বিক্ৰম কাহিনী, সাধু লোকৰ জিতেন্দ্ৰিয়বাদিতা, স্বদেশপ্ৰিয়তা, অত্যাচাৰ—অবিচাৰ পৰিহাৰ পৰায়ণতা, পৰোপকাৰ স্বাৰ্থত্যাগ আৰু সকলোতকৈ ঘাইকৈ ধৰ্মভীৰুতা আৰু সত্যবাদিতাৰ বিষয়বোৰ এই শিশু সাহিত্যৰ মূল বীজ হোৱাটো উচিত।"

এই যুগৰে আন এজন স্বনামধন্য লেখক পদ্মনাথ গোহাঞি বৰুৱাদেৱেও শিশুৰ উপযোগী ভালেমান পাঠ্যপুথি ৰচনা কৰি শিশু ছাত্ৰসকলৰ অসমীয়া ভাষা-সাহিত্য-শিক্ষা বিস্তাৰত মহৎ উপকাৰ কৰি গৈছে। তেখেতে 'শ্ৰেণী কাহুৰং' আৰু 'নীতি-শিক্ষা' নামৰ এখন পঢ়াশলীয়া পুথি ৰচনা কৰিছিল। ছাত্ৰ জীৱনেই হ'ল ভৱিষ্যতৰ সাহিত্যিক জীৱনৰ লাইখুঁটা।

সেই বিষয়ে অসম ছাত্ৰ সন্মিলনৰ তৃতীয় অধিবেশনৰ সভাপতিৰ অভিভাষণৰ পৰা সুন্দৰকৈ জানিব পাৰি।

"ছাত্ৰ জীৱনেই সাহিত্যিক জীৱনৰ গা-গজালি। এই গজালিৰ পৰাই গছ আৰু সেই গছৰ পৰাই গুটি। আনফালে গছ চাইহে গুটি আৰু গজালি চাইহে গছ। গতিকে গজালিৰ গঠনৰ ওপৰতহে গুটিৰ গুণাগুণ ঘাইকৈ নিৰ্ভৰ কৰে। এতেকে জাতীয় সাহিত্য শ্ৰীবৃদ্ধি সাধি তাৰ পৰা উন্নত আৰু পৈণত ফল পাবলৈ হ'লে প্ৰথমে ছাত্ৰ গজালিৰ গুৰিত সাহিত্যৰ সাৰ-শক্তি যতনেৰে যোগাব লাগে। গজালিৰ কুমলীয়া গাত যাতে কেৰোণ ধৰিবলৈ নাপায় তাৰ নিমিত্তে সততে সতৰ্ক থাকিব লাগে।

মূঠতে গছ হৈ নুঠালৈকে গজালিয়ে যুগুত আপদাল পাব লাগে। পিছে সেই সাৰ-শক্তিনো কি আৰু তাক কি প্ৰণালীয়ে যোগান দি, কি ভাবে গজালিৰ সাৱধান লোৱা যুগুত? সেই সাৰ হৈছে—সাহিত্য চৰ্চাৰ আভাস, তাক যোগান দিয়াৰ প্ৰণালী হৈছে ছাত্ৰৰ দৈনন্দিন অধ্যয়নৰ লগৰীয়াকৈ তাৰ অনুশীলন বঢ়োৱা। আৰু সতৰ্কতাৰে বিধিমতে সেই অনুশীলনী এনে বান্ধৰ হ'ব লাগে যাতে অধ্যয়নৰ অপৰাধৰ অঙ্গলৈ পিঠি দি ছাত্ৰই অকলে সাহিত্য চৰ্চাৰ বাটে ছুঁয়াছাটি নাযায়গৈ।"

জোনাকীৰ পাততেই বেণুধৰ ৰাজখোৱাই 'ছাত্ৰ ৰচনা' নামৰ এটি প্ৰবন্ধ আৰু 'নীতি পাঠ' নামৰ ছাত্ৰৰ উপযোগী গ্ৰন্থ লিখি প্ৰকাশ কৰে। গোহাঞিৰ বৰুৱাৰ লগতো তেখেতে যৌথভাৱে 'ডেকা-গাভৰু' নামৰ এখন নাটক ৰচনা কৰিছিল। তেখেতে 'ল'ৰা পুথি' (১৮৮২) আৰু 'সৰু ল'ৰাৰ গীত' নামৰ পুথি দুখনো লিখিছিল।

জোনাকী কাকতৰ অন্যতম কৰ্ণধাৰ হেমচন্দ্ৰ গোস্বামীয়ে ১৯১৬ চনত 'অৰুণ' নামৰ শিশুৰ মাহেকীয়া আলোচনী এখন সম্পাদনা কৰিছিল। অসমীয়া শিশু সাহিত্যৰ এইখনেই প্ৰথম শিশু আলোচনী। সেই সময়ছোৱাতেই পানীন্দ্ৰ গগৈ আৰু আনন্দ চন্দ্ৰ আগৰৱালাই শিশু সাহিত্য হিচাপে ক্ৰমে ভূগোল, বৰ্ণ পৰিচয়, ল'ৰা শিক্ষা আৰু কোমল পাঠ শিশু পাঠ ৰচনা কৰাইছিল।

তৰুণৰাম ফুকনৰ, নিংনি ভাবৰীয়াৰ গীত নামৰ কামৰূপীয়া কথিত ভাষাত ৰচিত ধেমেলীয়া পুথিখনো শিশুসকলৰ মনত আনন্দ বৰ্ধন কৰা পুথি।

জোনাকী যুগৰ শেষভাগৰ প্ৰতিনিধি ৰঘুনাথ চৌধাৰীদেৱে 'মইনা' নামৰ এখন মনোৰম শিশু আলোচনী পৰিচালনা কৰিছিল।

অসমীয়া শিশু সাহিত্যৰ সবাতোকৈ বেছি পুথি ৰচনা কৰে অতুল চন্দ্ৰ হাজৰিকাদেৱে। তেখেতে "কথা দশম" "কথা কীৰ্ত্তন" "দিগ্বিজয়ী" "ল'ৰাৰ জাতক" "ঈছপৰ সাধু" "গ্ৰীছৰ সাধু" "আৰবীয়া নাটৰ সাধু" কাব্য-কাহিনী" প্ৰভৃতি একুৰিতকৈও অধিক শিশু সাহিত্য ৰচনা কৰিছিল "মানিকী মধুৰী" আৰু "ৰুনুক জুনুক" (১৯৫৩) এই দুখন শিশুৰ উপযোগী কবিতা সংগ্ৰহ। কমলেশ্বৰ চলিহাদেৱেও "কণ মৌ" নামৰ ল'ৰা-ছোৱালীৰ উপযোগী নৈতিক কবিতাৰ পুথি ৰচনা কৰিছিল।

গীতি নাট্য ৰচনা কৰাৰ ক্ষেত্ৰত কীৰ্তিনাথ বৰদলৈ আৰু মুক্তিনাথ বৰদলৈৰ নাম স্মৰণীয়, বিশেষকৈ মুক্তি নাথ বৰদলৈৰ "লুইত কৌৱৰ" "সুৰ বিজয়" "বাসন্তীৰ অভিষেক" "মেঘাৱলী" আদি উল্লেখযোগ্য নাট। আনন্দ চন্দ্ৰ বৰুৱাৰ "কপৌ কুঁৱৰী" আন এখন শিশু উপযোগী নাট।

শৰৎ চন্দ্ৰ গোস্বামীয়েও "অসমীয়া সাধুকথা" নামৰ সাধু কথাৰ পুথি এখন ৰচনা কৰিছিল।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নকুল চন্দ্ৰ ভূঞা এগৰাকী শিশু সাহিত্য প্ৰেমী। তেখেতে শিশু আৰু চেমনীয়াসকলৰ মনৰ খোৰাক যোগোৱা পুথি ৰচনা কৰিবলৈ লেখকসকলক আহ্বান কৰিছিল আৰু শিশু বিশ্বকোষ এখনৰ প্ৰয়োজন অনুভৱ কৰিছিল। তেখেতৰ কাৰ্যকালত মাদ্ৰাজৰ ভূতপূৰ্ব ৰাজ্যপাল বিষ্ণুৰাম মেধি ডাঙৰীয়াই ন্যাস পুঁজি এটাৰ বাবে অসম সাহিত্য সভালৈ ১০ (দহ) হাজাৰ টকা আগ বঢ়াইছিল। আকৌ শিশুৰ উপযোগী পুথি প্ৰকাশ কৰিবলৈ মাহাৰা সত্ৰই অসম সাহিত্য সভাক এটা সৰু ন্যাস পুঁজি আগবঢ়াইছিল। তেখেতে অসমৰ কলেজ-স্কুলবিলাকত আলোচনী উলিয়াবলৈ উদ্‌গনি জনাইছিল আৰু সাহিত্য সভাই এই আলোচনীবিলাকৰ মাজত প্ৰতিযোগিতা পাতি কেইখনক পুৰস্কাৰ দিয়াৰ পৰামৰ্শ দিছিল আৰু লগতে পুৰস্কাৰটো এজন পুৰণি সাহিত্য ৰথীৰ স্মৃতিত দিয়া উচিত হ'ব বুলি বিবেচনা কৰিছিল।

পদ্মহাস গোস্বামীৰ ল'ৰামিত্ৰ আন এখন শিশু উপযোগী পুথি।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সত্ৰাধিকাৰ মিত্ৰদেৱ মহন্ত সঁচাকৈ শিশুসকলৰ মিত্ৰ আছিল। তেখেতে ধ্ৰুৱ আৰু প্ৰহ্লাদৰ ক-খ কথা নামৰ দুখন শিশু পাঠ্য ৰচনা কৰে। তদুপৰি মৌ মহাভাৰত তেখেতৰ আন এখন ৰমণীয় শিশু গ্ৰন্থ। তেখেতে ৰচনা কৰা ধ্ৰুৱ, কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পাঠ্যক্ৰমৰ অসমীয়া বিষয়ৰ ওপৰঞ্চি পাঠ্য আছিল। 'মিঠা ক খ' পাঠ্যৰূপে গ্ৰহণ কৰিছিল। তেখেতে মহাভাৰতৰ চিনাকি বিশ্ববিখ্যাত মহাকাব্যখনৰ ওঠৰটা পৰ্ব সামৰি তেনেই সহজ, সৰল, নিভাঁজ, ঘৰুৱা অসমীয়া আৰু ৰসোত্তীৰ্ণ ভাষাৰে শিশুৰ মন সহজে মুহিব পৰাকৈ ৰচনা কৰি অসমীয়া শিশু উপযোগী গ্ৰন্থখনে প্ৰকৃততে শিশুসকলৰ মনত গভীৰ বেখাপাত কৰি আহিছে। তেখেতৰ 'জুনজুনি' এখন শ্ৰেষ্ঠ শিশু পাঠ্য। 'জুনজুনি' আৰু 'চেনেহজৰিৰ' চেনেহেৰে শিশুসকলক সঁচাকৈ সাৱতি ধৰে।

কুমুদেশ্বৰ বৰঠাকুৰৰ 'সাধুৰ ভঁৰাল', বসন্ত কুমাৰ বৰুৱাৰ 'বগলাধাৰ সাধু' জ্ঞানানন্দ জগতিৰ 'সাধু কথাৰ জোলাঙো', বিনন্দ চন্দ্ৰ বৰুৱাৰ 'ৰাজস্থানৰ গল্প', ত্ৰৈলোক্যেশ্বৰী বৰুৱানীৰ 'সন্ধিয়াৰ সাধু', অৰ্জুন চন্দ্ৰ দাসৰ 'অসমীয়া সাধু', প্ৰসন্ন কুমাৰ তেকাৰ 'সাধু কথাৰ পুথি' দুলাল বৰঠাকুৰৰ 'ঘুমটি যায়োৰে ইত্যাদি' শিশুৰ উপযোগী সাধুকথাৰ পুথি।

আকৌ প্ৰমোদ চন্দ্ৰ বৰঠাকুৰৰ 'ল'ৰা পুথি' হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'সাহিত্য পাঠ' দুখন শিশুৰ পাঠ্য উপযোগী গ্ৰন্থ।

আনহাতে কুমুদেশ্বৰ বৰঠাকুৰৰ 'জয়মতী কাহিনী' বিনন্দ চন্দ্ৰ বৰুৱাৰ 'পাৰ্থ সাৰথি' দুখন শিশুৰ উপযোগী গ্ৰন্থ।

আন আন শিশুৰ উপযোগী গ্ৰন্থবোৰ হ'ল হৰিপ্ৰসাদ বৰুৱাৰ 'মইনা' আৰু 'বিৰচতীয়াৰ দেশ', বেণুধৰ শৰ্মাৰ 'ৰাংপতা', বাণীকান্ত কাকতীৰ 'পখিলা', নৰকান্ত বৰুৱাৰ 'আখৰৰ জখলা' ইত্যাদি। ইয়াৰ উপৰিও জমিৰুদ্দিন আহমেদ, লীলা গগৈ, প্ৰেমধৰ দত্ত, হৰি বৰদলৈ, ৰাজচেখৰ, প্ৰণীতা দেৱী, অনন্ত দেব শৰ্মাই শিশুৰ উপযোগী গ্ৰন্থ।

পুৰণি সংস্কৃত ভাষাত ৰচিত মহাভাৰত, ৰামায়ণ, পুৰাণ, জাতক, 'হিতোপদেশ' দ্বাত্ৰিংশ পুত্তলিকা, পঞ্চতন্ত্ৰ, বেতাল বিংশতি, কথা সৰিৎসাগৰ আৰু অন্যান্য সংস্কৃত গ্ৰন্থবোৰত থকা কাহিনীসমূহক অৱলম্বন কৰি অসমীয়া ভাষাত গল্প আৰু শিশু উপযোগী সাহিত্য সৃষ্টি কৰি আহিছে।

আগতে উল্লেখ কৰা মিত্ৰদেৱ মহন্ত, অতুল চন্দ্ৰ হাজৰিকাৰ উপৰিও, মহেশ্চন্দ্ৰ কটকীৰ বেতাল পঞ্চবিংশতি, আৰু গজমুকুতা, তাৰা নাথ বৰপূজাৰীৰ মহাভাৰতৰ ৰহঘৰা' মহাভাৰতৰ 'মৌ-বিচনী', হৰেন্দ্ৰ নাথ শৰ্মাৰ 'সাবিত্ৰী', 'নল দময়ন্তী', ৰোমেশ্বৰ শৰ্মাৰ 'কথা মহাভাৰত', ইন্দ্ৰধৰ ৰাজখোৱাৰ 'হিতোপদেশ', বিদ্যাপীঠৰ 'অমৰ জ্যোতি', উৎসাৱানন্দ গোস্বামীৰ বত্ৰিশ 'সিংহাসন', প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ 'অকণিৰ ৰামায়ণ, ধৰ্মেশ্বৰ কটকীৰ 'অকণিৰ প্ৰহ্লাদ', অকণিৰ ৰত্নাকৰ, 'হৰিশ্চন্দ্ৰ উপাখ্যান', ভাৰত চন্দ্ৰ পাঠকৰ 'ৰামায়ণৰ মৌ-কোঁহ' মহাভাৰতৰ 'মৌ-কোঁহ', 'পঞ্চৱতী', মোহচন্দ্ৰ চৌধুৰীৰ 'লক্ষ্মণৰ ভাতৃ-ভক্তি', 'সীতাৰ পতি-ভক্তি', 'সুৰেন্দ্ৰ কুমাৰ দাজৰ 'কৰ্ণৰ সাধু', 'একলব্যৰ গুৰুদক্ষিণা, দক্ষযজ্ঞৰ কাহিনী', ভীমৰ সাধু', 'মহীৰাৱণ বধ', নিৰ্মলপ্ৰভা বৰদলৈৰ 'সৰিৎ সাগৰৰ গল্প', হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'শিশু মহাভাৰত' আদি উল্লেখযোগ্য পৌৰাণিক সংস্কৃত গ্ৰন্থৰ আধাৰত ৰচনা কৰা শিশু সাহিত্য।

ইংৰাজী সাহিত্যৰ পৰাও ভালেমান অনূদিত শিশু সাহিত্য ৰচিত হৈছে। তাৰ ভিতৰত বেণুধৰ শৰ্মাৰ 'ৰবিন্সন ক্ৰুছ', আনন্দাভিৰাম বৰুৱাৰ 'দদাইৰ পঁজা', ডনিছৰ সাউদ, ৰোমেশ্বৰ শৰ্মাৰ ইছপৰ উপকথা, হৰেন্দ্ৰ নাথ শৰ্মাৰ ইছপৰ সাধু, মহেন্দ্ৰ বৰাৰ গ্যালিভাৰৰ ভ্ৰমণ কাহিনী, সুপ্ৰভা গোস্বামীৰ ডন কুইকচোট, হাৰুণৰ ৰচিদৰ ৰত্নাদ্বীপ, টমখুৰাৰ জুপুৰী, ষ্ট্ৰীমাচ, কেচিয়াচ, কনবীৰ টাৰ্জান, অলিভাৰ টুইষ্ট, হেনৰি, ফোৰ্ড, প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ গ্ৰীচ দেশৰ সাধু ইত্যাদি; ৰোহিণী বৰুৱাৰ পমিলীৰ পৰিয়াল, ড° প্ৰফুল্ল চন্দ্ৰ গোস্বামীৰ 'বিলাতী হোজা' ড° মহেশ্বৰ নেওগৰ ডাৱৰৰ সিপাৰৰ ধুনীয়া দেশ, আৰব্য উপন্যাসৰ পৰা অনা আজলী তথা নেওগৰ 'আলাদ্দিন' 'আলি বাবা' 'সিন্দাবাদ' আদিও অনূদিত শিশু সাহিত্য।

অসমীয়া সাহিত্যত শিশুৰ উপযোগী কবিতাৰ পুথি তেনেই তাকৰ। মাত্ৰ কেইজনমান কবিয়েহে শিশুৰ উদ্দেশ্যে লিখা কবিতা আৰু কাব্যত আত্মনিয়োগ কৰিছে। এই ক্ষেত্ৰত ধনাই বৰা, অতুল চন্দ্ৰ হাজৰিকা, কমলেশ্বৰ চলিহাদেৱৰ অৱদানৰ কথা আগতে উল্লেখ কৰা হৈছে। ইয়াৰ উপৰিও ৰঘুনাথ চৌধাৰীদেৱৰ 'ঈশ্বৰ' প্ৰভৃতি কেইটামান কবিতা

আৰু নলিনী বালা দেৱীৰ 'জনমভূমি' প্ৰভৃতি কবিতাই শিশু-মনত খেলা ঈশ্বৰ সম্বন্ধীয় অনুসন্ধিৎসু আৰু নিজৰ জন্মভূমিক ভাল পোৱাৰ চূড়ান্ত পৰাকাষ্ঠাৰ নিদৰ্শন দাঙি ধৰে। এই প্ৰসঙ্গত জ্যোতিপ্ৰসাদ আগৰৱালাৰ স্থান প্ৰধান। তেওঁৰ 'জ্যোতি ৰামায়ণ', 'কুম্পুৰ সপোন', অকণমান 'ল'ৰা' অকণমানি ছোৱালী' আদি শিশুৰ উপযোগী কাব্য আৰু কবিতাই সাৰ্থকতা লাভ কৰিছে। আগতে নাম উল্লেখ কৰা অনন্ত দেৱ শৰ্মায়ো পাঁচখন শিশু কবিতা পুথি ৰচনা কৰি শিশুসকলৰ মহৎ উপকাৰ সাধন কৰিছে।

শিশু-সাহিত্য প্ৰকাশ কৰা আলোচনীবোৰৰ ভিতৰত অৰুণোদই, জোনাকী, অকণ, মইনা আদিৰ উল্লেখ আৰু অৱদানৰ কথা আগতে লিখা হৈছে। ১৮৮৮ চনত কৰুণাভিৰাম বৰুৱাৰ সম্পাদনাত ল'ৰাবন্ধু, ১৯১৬ চনত 'হেমচন্দ্ৰ গোস্বামীৰ সম্পাদনাত 'অকণ', ১৯২৩ চনত ৰঘুনাথ চৌধৰীৰ সম্পাাদনাত 'মইনা', ১৯২৬ চনত মহাদেৱ শৰ্মাৰ সম্পাদনাত 'অৰুণা', ১৯৩৩ চনত হৰেন্দ্ৰ নাথ শৰ্মাৰ সম্পাদনাত 'পখিলা', ১৯৩৫ চনত বিৰিঞ্চি কুমাৰ বৰুৱাৰ সম্পাদনাত 'অকণ', ১৯৪০ চনত দীননাথ শৰ্মাৰ সম্পাদনাত 'পাৰিজাত, ১৯৪৮ চনত বিৰিঞ্চি কুমাৰ বৰুৱাৰ সম্পাদনাত 'ৰংঘৰ' আৰু এম ইব্ৰাহিম আলীৰ সম্পাদনাত 'কাচিজোন' প্ৰকাশ পায়।

দীপক ১৯৫৪-৬৬ আৰু জোনবাই ১৯৬১-৭০ নামৰ দুখন শিশু আলোচনী সপ্তম দশকলৈ চলি অচল হয়। বৰ্তমান 'সঁফুৰা' নামৰ শিশু আলোচনীখনে প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰা দেখা যায়।

মহৎ লোকসকলৰ আদৰ্শ জীৱনৰ আদৰ্শই কণ কণ শিশুসকলৰ জীৱন গঢ়াত যথেষ্ট সহায় কৰে। সেই জীৱনীবোৰৰ ভিতৰত মহাদেৱ শৰ্মাৰ 'বুদ্ধ' মহম্মদ আদিৰ চমু জীৱনী, কমলেশ্বৰ চলিহাৰ 'দীনবন্ধু এণ্ড ৰুজ, ল'ৰাৰ শংকৰদেৱ', বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰ, 'আব্ৰাহাম লিংকন' 'মাৰ্শ্বাল ষ্টেলিন', ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ আদিৰ চমু জীৱনী; আজলী তৰা নেওগৰ 'গুণাভিৰাম' আৰু 'আনন্দৰাম ঢেকিয়াল ফুকনৰ চৰিত, নীলিমা দত্তৰ মহৎ লোকৰ ল'ৰালি কাল, হৰেন্দ্ৰ নাথ শৰ্মাৰ 'শিৱাজী' অশোক সত্যসন্ধৰ প্ৰথম খোজবোৰ, কিনন্দ চন্দ্ৰ বৰুৱাৰ 'ল'ৰাৰ' বেজবৰুৱা, প্ৰেম বাজখোৱাৰ ল'ৰাৰ জৱাহৰলাল আদি ভালেখিনি শিশুৰ উপযোগী জীৱনী ৰচিত হৈছে।

অন্যান্য লেখকসকলৰ ভিতৰত ধৰ্মেশ্বৰ কটকী, কৃষ্ণকান্ত ভট্টাচাৰ্য, চিত্ৰমহন্ত, নাৰায়ণ চন্দ্ৰ দাস, সুৰেন্দ্ৰ কুমাৰ দাস, গগন চন্দ্ৰ অধিকাৰী আদিয়ে শিশুৰ উপযোগী জীৱনী ৰচনা কৰিছে।

বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে মানুহৰ জীৱনৰ প্ৰতিটো খোজতে বিজ্ঞানৰ অৱদান জড়িত হৈ আছে। সেই বিষয়ে আগ্ৰহ বাঢ়িছে। গতিকে বিজ্ঞানৰ বিচিত্ৰ কথা, আৱিষ্কাৰ আৰু আকাশী আৰু সাগৰীয় অভিযান, পৰ্বতাৰোহণ প্ৰভৃতি আৰু নানান দুঃসাহসিক বাস্তৱ ঘটনাৰ বিৱৰণ শিশুসকলক দিবৰ কাৰণে এচাম লিখকে বিজ্ঞান বিষয়ক শিশু পাঠ্য আৰু শিশু উপযোগী গ্ৰন্থ ৰচনা কৰিছে। সেইসকলৰ ভিতৰত ড° মোহিনী বৰুৱাৰ 'বিজ্ঞানৰ কথা'

কালিনাথ শৰ্মাৰ প্ৰকৃতিৰ পুতলাৰ খেলা, ৰঘুনাথ দেৱ চৌধুৰীৰ মানৱ সভ্যতা, ড° ভুবন মোহন দাসৰ মানৱৰ আদি কথা, আদিম কথা, আমাৰ দৰে সিহঁতো মানৱ, ড° প্ৰসন্ন গোস্বামীৰ 'ফুলৰ সাধু, জন্তুৰ সাধু', যোগেন্দ্ৰ নাথ শইকীয়াৰ পতঙ্গৰ কথা, হৰিপ্ৰসন্ন দাসৰ আবিষ্কাৰৰ কাহিনী, কল্যাণ তালুকদাৰৰ এভাৰেষ্ট বিজয়, মহেন্দ্ৰ বৰঠাকুৰৰ পনীয়া সোণৰ দেশ।

যোগেন বৰুৱাৰ বিজ্ঞানৰ সাধু ইত্যাদি শিশুসকলৰ মনোযোগ আকৰ্ষণ কৰিব পৰা গ্ৰন্থ। ইয়াৰ উপৰিও ড° মহেন্দ্ৰ বৰা, দিনেশ গোস্বামী, ড° কিশোৰী মোহন পাঠক, ড° অমৰ জ্যোতি চৌধুৰী, ক্ষীৰ বৰুৱাৰ নাম বিজ্ঞান বিষয়ৰ প্ৰবন্ধকাৰ আৰু গ্ৰন্থকাৰ হিচাপে উল্লেখ কৰিব পাৰি। আধুনিক যুগৰ অন্যান্য বিষয়ৰ শিশু-পাঠ্য আৰু শিশু উপযোগী গ্ৰন্থৰ তুলনাত বিজ্ঞান, বিষয়ৰ শিশুপাঠ্য আৰু গ্ৰন্থৰ আৱশ্যকতা অধিক। কিয়নো বিজ্ঞান, আধুনিক যুগৰ শিক্ষাৰ অপৰিহাৰ্য অঙ্গ। ইয়াক বাদ দি মানুহে এক মুহূৰ্তও চলিব নোৱাৰে।

বিজ্ঞানৰ লগতে প্ৰযুক্তিবিদ্যাৰ প্ৰয়োজনো কম নহয়। প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰতো আমাৰ দেশ পৃথিৱীৰ অন্যান্য আগবঢ়া দেশসমূহৰ তুলনাত পিছ পৰা। সেইদৰে আমাৰ অসমো ভাৰতৰ অন্যান্য ৰাজ্যসমূহৰ তুলনাত প্ৰযুক্তি বিদ্যাৰ তুলনাত পিছপৰা। অসমত ডাঙৰ ডাঙৰ শিল্প উদ্যোগ গঢ়ি নুঠাৰ মূল কাৰণ হ'ল সেই বিষয়ৰ প্ৰতি সৰু কালৰে পৰা আমাৰ শিশুসকলক যিদৰে আগ্ৰহান্বিত কৰিব লাগিছিল—কৰিব পৰা নাই। কাৰিকৰী বিদ্যাত নিপুণ লোকৰ আমাৰ অভাৱ কাৰণে বাহিৰৰ পৰা আমাৰ ইয়ালৈ শিল্প-উদ্যোগ গঢ়ি তোলা ব্যক্তিৰ আগমন হৈছে। দুই-চাৰিখন প্ৰযুক্তি বিদ্যা আৰু কাৰিকৰী বিদ্যাৰ অনুষ্ঠান প্ৰতিষ্ঠান থাকিলেই নহয়, তাৰ প্ৰতি সৰু কালৰে পৰা আমাৰ শিশুসকলক সেই বিষয়ে আকৰ্ষিত কৰিব লাগিব।

বৰ্তমান অসমীয়া ভাষাত বিজ্ঞান জেউতি (১৯৬১) প্ৰভৃতি দুই-এখন বিজ্ঞান বিষয়ৰ আলোচনী প্ৰকাশ হৈছে। কিন্তু তুলনামূলকভাৱে প্ৰযুক্তি বিদ্যাৰ আলোচনী নাইবা গ্ৰন্থ, শিশু-সাহিত্যৰ উপযোগীকৈ ৰচিত হোৱা নাই। তাৰ কাৰণে উক্ত বিষয়ত কৃতবিদ্য ব্যক্তিসকলে শিশুৰ উপযোগী গ্ৰন্থ ৰচনা কৰিব লাগিব। তেতিয়াহে সেই বিষয়ে জানিব বিচৰা অনুসন্ধিৎসু শিশুসকল আগবাঢ়ি যাবলৈ সক্ষম হ'ব।

আমাৰ কাৰণে গৌৰৱৰ কথা যে অসমৰ পৰা বিদেশলৈ যোৱা ভালেমান বৈজ্ঞানিক আৰু প্ৰযুক্তি বিদ্যাত পাৰ্গত লোক আছে। সেইসকলেও অসমৰ বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ শিক্ষাৰ্থীসকলৰ বাবে অসমীয়া ভাষাত পাঠ্যপুথি আৰু শিশুৰ উপযোগী গ্ৰন্থ ৰচনা কৰিব পাৰে। সুখৰ বিষয় যে অসম প্ৰকাশন পৰিষদ আৰু অসম বিজ্ঞান সমিতিয়ে কেইবছৰমান আগৰে পৰা বিজ্ঞান বিষয়ৰ গ্ৰন্থ শিশুসকলৰ উপযোগীকৈ সহজ-সৰল অসমীয়া ভাষাত উপাদেয়কৈ ৰচনা কৰি প্ৰকাশ কৰিছে। অসম বিজ্ঞান সমিতিয়ে 'শিশু বিজ্ঞান-কোষ' নামৰ এখন শিশুৰ উপযোগী গ্ৰন্থ প্ৰকাশ কৰি মহৎ উপকাৰ সাধন কৰিছে আৰু সেই বিষয়ৰ অভাৱ কিছু পৰিমাণে হ'লেও দূৰ কৰিছে। কিন্তু প্ৰযুক্তিবিদ্যা আৰু বিজ্ঞানৰ সকলো বিষয় সামৰিব পৰাকৈ শিশুসকলৰ উপযোগী গ্ৰন্থৰ অভাৱ এতিয়ালৈকে পূৰণ হোৱা নাই। তাৰ

বাবে সেই বিষয়ত নিপুণসকললৈ আমাৰ বিনম্ৰ অনুৰোধ থাকিল সেই অভাব পূৰণ কৰাৰ বাবে।

আনহাতে আমাৰ অসমত জনবিস্ফোৰণ আৰু পাৰিপাৰ্শ্বিকতাৰ প্ৰদূষণ হোৱাৰ ফলত নানা সমস্যাই দেখা দিছে। এই প্ৰদূষণ যদি অতি শীঘ্ৰে ৰোধ কৰিব পৰা নাযায়, তেনেহ'লে ধ্বংসস্তূপত পৰিণত হ'ব। অৱশ্যে এই প্ৰদূষণ কেৱল যে অসমৰে সমস্যা সেইটো নহয় সমগ্ৰ পৃথিৱীৰে। তাৰ বাবে প্ৰত্যেকজন সচেতন বৈজ্ঞানিক তথা সেই বিষয়ত অৰ্হতা থকা ব্যক্তিৰ প্ৰতি দৃঢ়ভাৱে আকৰ্ষণ কৰা হ'ল যাতে তেখেতসকলে এনে বিষয়ে শিশুৰ উপযোগীকৈ গ্ৰন্থ ৰচনা কৰি শিশুসকলক সচেতন কৰি তোলে। তেতিয়াহে ভৱিষ্যতে প্ৰদূষণৰ কবলৰ পৰা মুক্ত হ'ব পৰা যাব।

অসমীয়া শিশু-সাহিত্যৰ বিষয়ে সমালোচনা আগবঢ়াই ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্তত দুটা ডাঙৰ ত্ৰুটী থকা বুলি মত প্ৰকাশ কৰিছে। প্ৰথমটো বয়সৰ স্তৰ অনুসৰি সাহিত্য ৰচিত নহয়, বিষয়বস্তু আৰু ৰচনা ভংগীও সুকীয়া হ'ব লাগে আৰু গভীৰ তত্ত্ব-প্ৰধান কথাবোৰ যিমান সহজ-সৰল ভাষাতে লিখিলেও কম বয়সৰ শিশুসকলৰ বাবে উপযোগী নহয় বুলি ক'ব বিচাৰিছে। দ্বিতীয়তে শিশু-সাহিত্যৰ ছপা আৰু বহিৰাৱৰণৰ আকৰ্ষণীয়তা আৰু চিত্ৰৰ সমাবেশৰ অভাৱ বুলি কৈছে।

উক্ত ত্ৰুটী দুটা কম বেছি পৰিমাণে সঁচা যদিও এটা কথা অস্বীকাৰ কৰিব নোৱাৰি যে একে বয়সৰ শিশুৰ মাজতে বুদ্ধি-বৃত্তি আৰু মেধা মানসিক উৎকৰ্ষৰ তাৰতম্য নথকা নহয়। ইয়াৰ কাৰণ বংশ পৰম্পৰা আৰু অতিক্ৰম কৰি অন্য পাৰিপাৰ্শ্বিকতাৰ কথাও উলাই কৰিব নোৱাৰি।

দ্বিতীয়তে বিষয়বস্তু যিয়েই নহওক কিয় ৰচনা শৈলীৰ সৰলতা, চাৰুতা আৰু মনোগ্ৰাহিতা অতীৱ প্ৰয়োজনীয়। নিৰ্দিষ্ট বয়স অনুসৰি কোনো গ্ৰন্থ কটকটীয়া শৃঙ্খলাৰে বান্ধি ৰচনা কৰাটো সহজসাধ্য নহয়। তথাপি সহজ-সৰল অথচ সকলোৰে মনোগ্ৰাহী হোৱাকৈ শিশু সাহিত্যিকসকলে সাহিত্য ৰচনা কৰিবলৈ যত্ন কৰা উচিত।

প্ৰবন্ধটি যুগুত কৰোঁতে সহায় লোৱা গ্ৰন্থসমূহ—

১। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত।

২। অসম সাহিত্য সভাৰ ভাষণাৱলী।

৩। ভাষণমালা অসম ছাত্ৰ সন্মিলন।

---

*২০/৯/৯৪ তাৰিখে কামুণ্ডবিহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ শিশু-সাহিত্য কৰ্মশালাত পঠিত।*

# অসমীয়া জাতীয় জীৱনত চাহ-মজদুৰসকলৰ অৱদান

অসমীয়া জাতি সংমিশ্ৰিত জাতি। ইতিহাসে ঢুকি নোপোৱা কালৰে পৰা নানা জাতি-উপজাতি, নানা গোষ্ঠী, নানা সম্প্ৰদায় ঢৌৰ পিছত ঢৌ অহাদি আহি সংমিশ্ৰিত হৈ অনুপম অসমীয়া জাতি হিচাপে পৰিগণিত হৈছে। নানা জাতিৰ বাচকবনীয়া সাংস্কৃতিক সমলৰ সমন্বয়ত গঢ়ি উঠা বাবে অসমীয়া জাতীয় জীৱন অনন্য। অসমৰ ভৌগোলিক অৱয়ব, ওখ-চাপৰ পৰ্বত-পাহাৰ, নৈ-নলা, খাল-বিল, সমভূমিৰে পৰিপূৰ্ণ। সেইবাবে ইয়াৰ জলবায়ু স্থানভেদে তাৰতম্য। আনহাতে ভিন্ ভিন্ সময়ত অহা অষ্ট্ৰিক (নৈষাদ, কিৰাত) দ্ৰাবিড়, তিব্বত-বৰ্মী (বড়ো, কছাৰী, লালুং, ডিমাচা ইত্যাদি), টাই, (আহোম), ককেচীয় (আৰ্য) আদি নানা জাতি-উপজাতিৰ সাংস্কৃতিক মিলন-ভূমি হ'ল অসম। ইয়ালৈ অহা সকলো জাতি-প্ৰজাতিৰ ধৰ্ম-কৰ্ম, ধ্যান-ধাৰণা, চিন্তা-চৰ্চা, ৰীতি-নীতি, আচাৰ ব্যৱহাৰৰ সংমিশ্ৰণৰ ফলত এক বিচিত্ৰ সংস্কৃতিয়ে নৱৰূপ পৰিগ্ৰহণ কৰিছে। সেয়ে বৃহৎ অসমীয়া জাতীয় জীৱনত অসমতাৰ মাজত সমতা, বৈচিত্ৰৰ মাজত ঐক্য, অসামঞ্জস্যৰ মাজত সামঞ্জস্য দেখিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ আন আন ৰাজ্যত যি কঠোৰ বৰ্ণ আৰু বৃত্তিৰ ভেদ-প্ৰথা প্ৰচলিত অসমত তাৰ অভাৱ। অসমৰ বাৰে-বৰণীয়া প্ৰকৃতিয়ে সকলো দিশতে সকলোকে সহনশীল কৰিছে। অস্পৃশ্যতাৰ ঘন আৱৰণো ইয়াত নাই।

ভাষাৰ ক্ষেত্ৰতো ভিন্ ভিন্ গোষ্ঠীৰ মাজত ভিন্ ভিন্ ভাষাৰ প্ৰচলন থাকিলেও অসমীয়া ভাষাকে প্ৰায় সকলো ভাষা-ভাষীয়ে ভাব বিনিময়ৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰি আহিছে। উদাৰতাৰ এনে মহান দৃষ্টান্ত প্ৰায় সকলো ভাষা-ভাষীৰ মাজত বৰ্তমান।

প্ৰায় ২০০ বছৰ আগতে অসম ভূমিত চাহ-বাগিচাৰ মজদুৰসকলৰ পদাৰ্পণ ঘটে। বৃটিছসকলে অসম শাসন কৰিবলৈ লোৱাৰ পিছত তেওঁলোকে অসমত চাহখেতি কৰিবলৈ মন মেলে। অসমত উপযুক্ত শ্ৰমিক নথকাত ভাৰতৰ বিভিন্ন ঠাইৰ পৰা কৌশলপূৰ্ণভাৱে তেওঁলোকক লৈ আহে। কালক্ৰমত বংগ, বিহাৰ, উৰিষ্যা, তামিলনাডু, উত্তৰ প্ৰদেশ, অন্ধ্ৰ, মধ্যপ্ৰদেশ আৰু মহাৰাষ্ট্ৰৰ পৰা মুণ্ডা, ওৰাং, চাওতাল, ভূমিজ, কুৰ্মী, গোৱালা, ইকৰি, বাউৰী, কয়া, পৰ্জা, জলা, হাৰী, ভূঞা, ৰাজোৱাৰ, তেলী, নাপিত, ধুৰী, গণ্ড, গঞ্জু, খেৰীয়া, চাওঁৰা, ঘাটোৱাৰ, কুমাৰ, তাচা, কন্ধ, সৱৰ, বাঢ়ৈ, চুণ্ডী, ডুম, কেওট, কালিন্দী, পাণ্ডৱ, তেলেংগা, মাল, মাঝি, মাহুৰা, ৰাজপুত, তাঁতী আদি বিভিন্ন প্ৰজাতিৰ লোকসকল অসম আহি ভৰি পৰে। প্ৰথম অৱস্থাত এওঁলোকে বঙালী ভাষা আৰু সংস্কৃতিৰ কবলত পৰে

যদিও অসমত অসমীয়া ভাষা পুনৰ প্ৰবৰ্তিত হোৱাৰ পিছত অসমীয়া ঘাই সুঁতিৰ লগত সম্পূৰ্ণৰূপে মিলিবলৈ চেষ্টা কৰাৰ উমান পোৱা গৈছিল। বৰ্তমান সময়ত চাহ মজদুৰ আৰু প্ৰাক্তন চাহ মজদুৰসকল অসমীয়া সমাজৰ অবিচ্ছেদ্য অংগ হৈ পৰিছে। পাৰস্পৰিক বুজাপৰা নাথাকিলে এনে নিবিড় সম্পৰ্ক কেতিয়াও গঢ়ি নুঠে। সেয়েহে কি সামাজিক, কি ৰাজনৈতিক, কি সাংস্কৃতিক সকলো দিশতে চাহ মজদুৰসকলৰ প্ৰভাৱ অসমীয়া জাতীয় জীৱনৰ ওপৰত পৰাটো তেনেই স্বাভাৱিক।

চাহ মজদুৰসকলে অসমলৈ আহিয়েই প্ৰথমে আহোম, চুটিয়া, মৰাণ, বৰাহী, কোঁচ, কলিতা, কেওট, কৈৱৰ্ত, বড়ো, কছাৰী, লালুং, ডিমাচা, ব্ৰাহ্মণ প্ৰভৃতি লোকসকলক লগ পাইছিল। এই খিলঞ্জীয়া লোকসকলৰ ভাব বিনিময়ৰ একমাত্ৰ ভাষা আছিল অসমীয়া। কিন্তু ভাৰতৰ বিভিন্ন ঠাইৰ পৰা অহা চাহ-বনুৱাসকলৰ নিজৰ নিজৰ মাত-কথা, ভাষা আছিল। তেওঁলোকৰ নিজস্ব ৰীতি-নীতি, আৰু সমাজ-সংস্কৃতিও আছিল। বৰ্তমান সময়ত নিজৰ মাত-কথা, ভাষা নিজৰ মাজতেই আবদ্ধ ৰাখি আন লোকৰ লগত অসমীয়াতে কথা পাতে, মনৰ ভাব প্ৰকাশ কৰে। কিন্তু অধ্যুষিত কাছাৰ, কৰিমগঞ্জ জিলাৰ চাহ বাগিচাত কাম কৰা মুণ্ডা, তেলেংগা, পৰ্জা আদি চাহ মজদুৰসকলে বঙালী ভাষাকে তেওঁলোকৰ প্ৰকাশৰ মাধ্যম হিচাপে লৈছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অন্তৰ্গত চাহবাগিচাৰ শিক্ষিত মজদুৰসকলে অসমীয়া ভাষাকে নিজৰ মাতৃভাষা বুলি গ্ৰহণ কৰি অসমীয়া ভাষাত বহুজনসংখ্যক গল্প, কবিতা, নাটক আৰু অন্যান্য বিষয়ৰ গ্ৰন্থ ৰচনা কৰি অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰিছে। অসমীয়া সাহিত্যত বৰঙণি যোগোৱাসকল হ'ল ঃ গৌৰ মাহাতো, নাৰায়ণ ঘাটোৱাৰ, গণেশ কুৰ্মী, সুশীল কুৰ্মী, চেনীৰাম কুৰ্মী, দেউৰাম তাচা, সনন্ত তাঁতী, সমীৰ তাঁতী, সঞ্জয় তাঁতী, মেঘৰাজ কৰ্মকাৰ, দীনেশ্বৰ তাচা, প্ৰহ্লাদ তাচা, গুৰুচৰণ কুৰ্মী ইত্যাদি। এওঁলোকৰ বাহিৰেও আৰু ভালেকেইজন চাহ মজদুৰসকলৰ মাজত অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধন কৰোঁতা, লিখক-লিখিকা আছে। মাত্ৰ ঠাইৰ অভাৱত তেখেতসকলৰ নাম উল্লেখ কৰা নহ'ল।

অসম চাহ মজদুৰ সংঘৰ মুখপত্ৰ 'চাহ মজদুৰ' আৰু সদৌ অসম চাহ শ্ৰমিক সংঘৰ মুখপত্ৰ 'স্বৰণিকা'য়ো কম-বেছি পৰিমাণে অসমীয়া ভাষা-সাহিত্যত ইন্ধন যোগাইছে। শ্ৰীগণেশ কুৰ্মীয়ে কেইবছৰমান আগতে 'মাদল' নামৰ অসমীয়া মাহেকীয়া আলোচনী এখন সম্পাদনা কৰিছিল; কিন্তু তাৰ পৰমায়ু বেছি দিন নাছিল।

চাহ বাগিচাৰ লগত জড়িত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ' নকুল চন্দ্ৰ ভূঞা, গোলাপ খাউণ্ড, কমলাধৰ গোহাঁই আৰু নগেন শইকীয়াদেৱেও চাহ বাগিচা আৰু চাহ বাগিচাৰ জীৱনক ভিত্তি কৰি কেইবাখনো গ্ৰন্থ অসমীয়া ভাষাত ৰচনা কৰিছে। আনহাতে অসম সাহিত্য সভাই চাহ বাগিচাৰ সাহিত্যিক আৰু আন সাহিত্যিক কেইজনমানৰ চেষ্টাত প্ৰায় দহখনমান গ্ৰন্থ প্ৰকাশ কৰি বৃহৎ অসমীয়া জাতি গঠনত সহায় কৰিছে।

ভাৰতবৰ্ষ তথা অসমৰ অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত চাহ মজদুৰসকলে যথেষ্ট অৰিহণা যোগাই আহিছে। ১৯৮২ চনৰ হিচাপ মতে অসমত মুঠ ৭৭৭ খন চাহ বাগিচা

আছে। ভাৰতবৰ্ষত উৎপাদিত মুঠ চাহপাতৰ এক তৃতীয়াংশতকৈ বেছি চাহপাত অসমতেই উৎপন্ন হয়। অসমৰ পৰা ভাৰতবৰ্ষই কম বিদেশী মুদ্ৰা অৰ্জন নকৰে। আনহাতে অসমৰ ৰাজকোষলৈও বৃহৎ পৰিমাণৰ ধন কঢ়িয়াই আনি অসমৰ অৰ্থনৈতিক বিকাশত ইন্ধন যোগাইছে। 'চাহ বাগিচাক বাদ দি অসমৰ অৰ্থনীতি যেনেদৰে পূৰ্ণাঙ্গ নহয়, চাহ মজদুৰক বাদ দি সেইদৰে অসমীয়া জাতি পূৰ্ণাঙ্গ হ'ব নোৱাৰে।"

চাহ মজদুৰ আৰু প্ৰাক্তন চাহ মজদুৰসকলে বিচিত্ৰ অসমীয়া সংস্কৃতিতে আৰু বিচিত্ৰতাৰ ৰহন সানিবলৈ সক্ষম হৈছে। ঝুমুইৰ নৃত্য, কৰমপূজা, টুচু নৃত্য আৰু বিভিন্ন পৰব এতিয়া অসমীয়া সংস্কৃতিৰ অংগ স্বৰূপ হৈ পৰিছে। অসমৰ বিহু তিনিটাক কেন্দ্ৰ কৰি যিবোৰ কৃষি উৎসৱ পালন কৰা হয়, চাহ বাগিচাৰ মজদুৰ আৰু প্ৰাক্তন মজদুৰসকলেও এই কৃষি উৎসৱৰ গইনা লৈ উক্ত নৃত্যসমূহ আৰু পৰবসমূহ উদযাপন কৰে। অসমৰ যিকোনো ঠাইৰ সাংস্কৃতিক অনুষ্ঠানত ঝুমুৰ নৃত্য পৰিবেশন কৰাটো অপৰিহাৰ্য বুলি গণ্য কৰা হৈছে, অসমৰ বিভিন্ন ঠাইত মুকলি বিহু প্ৰতিযোগিতা পতাৰ দৰে চাহ মজদুৰ অধ্যুষিত অঞ্চলবোৰত সকলোৰে চেষ্টাত ঝুমুৰ নৃত্য আৰু টুচু নৃত্যৰ প্ৰতিযোগিতা পতা দেখা যায়। আনহাতে চাহ বাগিচাৰ যুৱক-যুৱতীসকলে বিহু নৃত্যৰ প্ৰতিযোগিতাত অংশগ্ৰহণ কৰা দেখা যায়। এইটো নিশ্চয় সাংস্কৃতিক সমন্বয়ৰে নিদৰ্শন।

অসমৰ বহু চাহ বাগিচাত অসম সাহিত্য সভাৰ শাখা সমিতিসমূহ গঠন হৈছে। ইয়াৰ দ্বাৰা তেওঁলোকৰ অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা অনুৰাগকে বুজায়। চাহ মজদুৰসকলৰ মাজত দুটা ধৰ্ম চলে। এটা হ'ল হিন্দু ধৰ্ম আৰু আনটো হ'ল খ্ৰীষ্টান ধৰ্ম। হিন্দু ধৰ্ম অৱলম্বনকাৰীসকলৰ কিছুমান শংকৰী (বৈষ্ণৱ ধৰ্ম) গ্ৰহণ কৰিছে। তেওঁলোকে নিখুঁতভাৱে বৰগীত আৰু ভাওনা গাব পাৰে, অভিনয় কৰি দেখুৱাব পাৰে। সম্প্ৰতি বহু ঠাইত চাহ মজদুৰ আৰু প্ৰাক্তন চাহ মজদুৰসকলৰ সৈতে খিলঞ্জীয়া অসমীয়া উচ্চ বংশজাত লোকৰ মাজত বৈবাহিক সম্পৰ্কও ঘটিছে। বৈবাহিক সম্পৰ্কই দুটা জাতিৰ মাজত থকা বৈষম্য দূৰ কৰি সম্প্ৰীতি স্থাপন কৰে।

পোছাক-পাতি, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি আদিতো ক্ৰমে দুয়োটা সম্প্ৰদায়ৰ মাজত পাৰ্থক্য নোহোৱা হৈ আহিছে। ই সঁচাকৈ শুভ লক্ষণ।

সাংস্কৃতিক বিনিময়ৰ আন এটি মাধ্যম হ'ল কথাছবি। চাহ মজদুৰৰ জীৱনৰ ওপৰত ভিত্তি কৰি নিৰ্মাণ কৰা 'চামেলী মেমচাব' এখন উৎকৃষ্ট কথাছবি। এই কথাছবিখনৰ গীত-মাত, ভাষা, কাহিনী আৰু ঝুমুৰ নৃত্যই সৰ্বসাধাৰণৰ মন আকৰ্ষণ কৰে। 'কাচঘৰ' আৰু 'বাংগালী' নামৰ অসমীয়া কথাছবি দুখনতো চাহ মজদুৰৰ গীত আৰু নৃত্য পৰিবেশন কৰি দেখুৱাই আদৰণি জনোৱা হৈছে। এনেদৰে 'কৈঁচাসোণ', 'ৰতনলাল' আৰু 'চামেলী মেমচাব' কথাছবিৰ যোগেদি চাহ মজদুৰসকলৰ পৰা ভালেমান শিল্পী, অভিনেতা-অভিনেত্ৰীৰো সৃষ্টি কৰা হৈছে। আনহাতে 'কৈঁচাসোণ' আৰু 'ৰতনলাল'ৰ প্ৰযোজক আছিল অসম চাহ মজদুৰ সংঘ। এইবোৰৰ যোগেদি চাহ মজদুৰসকলে ঘাই সুঁতিৰ লগত সাংস্কৃতিক বিনিময় কৰিবলৈ সুবিধা লাভ কৰিছে।

অসমৰ ৰাজনীতি মঞ্চতো চাহ মজদুৰ আৰু প্ৰাক্তন চাহ মজদুৰসকলে ৰাৰুকৈয়ে প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়। তেওঁলোকৰ মাজৰ পৰা ভালেকেইজনে অসম তথা ভাৰতৰ ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰি আছে। তাৰ ভিতৰত চিলভিয়াচ কন্দপান, দীপক মুৰ্মু, দিলেশ্বৰী তাঁতী, আকলিয়াছ তিৰ্কি, সত্য তাঁতী, জয়চন্দ্ৰ নাগবংশী, নৰেন তাঁতী, ৰাকী প্ৰসাদ তেলেংগা, দীনেশ্বৰ তাচা, দীপেন তাঁতী আৰু ভদ্ৰেশ্বৰ তাঁতীৰ নাম উল্লেখ কৰিব পাৰি।

চাহ মজদুৰ আৰু প্ৰাক্তন চাহ মজদুৰসকলে নিজকে খিলঞ্জীয়া অসমীয়া বুলি ভাবে। অসমৰ জাতীয় আন্দোলনবোৰত তেওঁলোকে সক্ৰিয় অংশগ্ৰহণ কৰি আহিছে। বিগত অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনতো তেওঁলোকে উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। তেওঁলোকৰ মাজৰ বহুকেইজনে প্ৰাণো আহুতি দিছে। তেওঁলোকে অসম ভূমিক জন্মভূমি, কৰ্মভূমি আৰু মৰণভূমি বুলি মনেপ্ৰাণে ভাবে। সেয়ে তেওঁলোকে ক'ব পাৰিছে—'আসাম হামনিকে লাগে, হামনি আসামকে, ভুইল গেলি হামনি আপন দেশকে। সবকুছ সমঝালি আসাম দেশকে।'

পৰিশেষত এইটো ক'ব পাৰি যে ব্ৰহ্মপুত্ৰ নদে যেনেদৰে অসমৰ নদী-নলাৰ লগত সম্পৰ্ক স্থাপন কৰি আছে তেনেদৰে অসমৰ অসমীয়া যাই সুঁতিটোৱেও অসমত যুগ যুগ ধৰি বসবাস কৰি থকা খিলঞ্জীয়া জাতি-উপজাতিক একেডাল এনাজৰীৰে বান্ধি ৰাখিছে। ব্ৰহ্মপুত্ৰই ঐক্য আৰু সংহতিৰ প্ৰতীক হৈ থকাৰ দৰে অসমীয়া জাতিটোৱেও একেদৰে ঐক্য আৰু সংহতিৰ নিদৰ্শন স্বৰূপে বৰ্তি থাকিব।

---

*বিঃদ্ৰঃ —এই প্ৰবন্ধটি যুগুতাওঁতে শ্ৰীসুশীল কুৰ্মীদেৱৰ 'চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়'ৰ সহায় লোৱা হৈছে।*

# প্ৰতিমাৰ খনিকৰ চন্দ্ৰ কুমাৰ আগৰৱালাৰ প্ৰতিমা—এটি আলোচনা

চন্দ্ৰকুমাৰ আগৰৱালা অসমীয়া ৰোমাণ্টিক সাহিত্য-সৃষ্টিৰ প্ৰধান হোতা। তেখেতৰ আন দুজন সতীৰ্থ আছিল—ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী। এই ত্ৰিমূৰ্তিৰ আবিৰ্ভাৱতেই অসমীয়া ভাষা-সাহিত্যই অকল প্ৰসাৰতাই লাভ কৰা নাছিল—চৰম পৰ্যায়লৈকে উন্নীতও হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাই সতীৰ্থ বেজবৰুৱাৰ সৈতে আলোচনা কৰি প্ৰথমে 'জোনাকী' নামৰ কাকতখন উলিয়ায় আৰু নিজেই তাৰ সম্পাদনাৰ দায়িত্ব লয় ১৮৮৯ চনত। তেখেতৰ পিছতেই বেজবৰুৱা আৰু গোস্বামীদেৱে সেই দায়িত্ব পালন কৰে। জোনাকী কাকতৰ জৰিয়তেই অসমীয়া সাহিত্যলৈ ৰোমাণ্টিক ভাব আৰু আদৰ্শৰ প্ৰবল সোঁত ব'বলৈ আৰম্ভ হয়। উনবিংশ শতিকাৰ ইংৰাজ কবি ৱৰ্ডচৱৰ্থ, ক'লেৰিজ, শেলী, কীটচ, বাইৰণ আদি কবিসকলৰ চিন্তা আৰু আদৰ্শত অনুপ্ৰাণিত হৈ অসমীয়া কবিসকলেও কবিতা ৰচনা কৰিবলৈ ল'লে। ফলত অসমীয়া কাব্য-কানন জাতিষ্কাৰ হৈ উঠিল। জোনাকী কাকতৰ প্ৰচলনৰ সাৰ্থকতালৈ চাই বেজবৰুৱাই লিখিছে—"এবছৰৰ জোনাকীৰ চেষ্টাই অসমীয়া ভাষাৰ কঁকালত অনেক বল দিলে, আৰু ভাষা-আকাশত পুবাৰ পোহৰ পৰিল। অসমীয়া ভাষাটো আমাৰ অলাগতিয়াল বস্তু, কিছুমান ইংৰাজী শিক্ষিত অসমীয়াৰ যে এনে এটা অদ্ভুত সংস্কাৰ আছিল, সেইটো ৰবকৈ জোকাৰ খালে।"

এইদৰে জোনাকী কাকতে অসমীয়া ভাষা-সাহিত্যলৈ অভাৱনীয় উন্নতি সাধিলে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বন কুঁৱৰী' নামৰ কবিতাটো প্ৰথমে জোনাকী কাকতত ওলায়। এই কবিতাটো তেখেতৰ সাৰ্থক আৰু বিস্ময়কৰ প্ৰকাশ। জোনাকীত ওলোৱা কবিতাসমূহ লগ লগাই তেখেতে 'প্ৰতিমা' নাম দি ১৯১৪ চনত প্ৰকাশ কৰি উলিয়ায়। তেখেতৰ আন এখন কবিতাৰ পুথি হ'ল 'বীণ ব'ৰাগী' (১৯২৩ চন)। বীণ ব'ৰাগীৰ কবিতাসমূহ বেজবৰুৱাৰ 'বাঁহী' কাকতত ওলাইছিল। এই দুখন কবিতাৰ পুথি লিখিয়েই আগৰৱালাদেৱে অসমীয়া কাব্য-সাহিত্যত যুগমীয়াকৈ এখন সুকীয়া আসন লাভ কৰিব পাৰিছে।

প্ৰতিমাৰ মাজেৰে আগৰৱালাদেৱৰ কবি প্ৰতিভাৰ সম্যক চানেকী উজলি উঠিছে। প্ৰতিমাত সন্নিৱিষ্ট প্ৰত্যেকটো কবিতা অতি উচ্চমানবিশিষ্ট। সেয়ে বেজবৰুৱাদেৱে—"প্ৰতিমাখনি সৰু, কিন্তু ই নিৰ্ভাজ সোণৰ" বুলি অভিহিত কৰিছে।

প্ৰতিমাৰ খনিকৰে প্ৰতিমাৰ কবিতাসমূহৰ মাজেৰে অতীত-প্ৰীতি, মানৱ-প্ৰীতি, প্ৰকৃতি-বন্দনা, সৌন্দৰ্যৰেখা আৰু বৈদান্তিক ভাবত আপোন পাহৰা হৈছে। চমু কথাত ক'বলৈ হ'লে—নৱন্যাসৰ লক্ষণসমূহ তেখেতৰ কবিতাত অকল প্ৰসাৰতাই লাভ কৰা নাছিল—পৰিপূৰ্ণতাও লাভ কৰিছিল। তেখেতৰ অনুভৱ কৰিব পৰা শক্তি তীব্ৰ আৰু প্ৰকাশভংগী সৰল অথচ পোনপটীয়া।

প্ৰতিমাৰ প্ৰথম কবিতা 'প্ৰতিমা'ৰ মাজেৰে কবিয়ে দৰ্শকৰ বাবে "হৃদয়ৰ মন্দিৰত লুকুৱা প্ৰতিমা" দেখুৱাবলৈ আঁৰ কাপোৰ তৰিছে। 'প্ৰতিমা' যেন তেওঁৰ 'হিয়াৰ বিকাশ'। আকৌ ইয়াৰ মাজেৰেই যত্ন কৰিছে—'দিবলই এফেৰি আভাষ'। তাৰ বাবে কবিয়ে আহ্বান কৰিছে—"সখী চিত্ৰলেখা মোৰ কল্পনা সুন্দৰী, সন্নিধান দিয়া আহি মোক"। —এই বুলি কৈয়েই হৃদয়ৰ দুৱাৰ মেলি দিছে "আধাফুটা আবেগৰ ইমান জুমুৰি, দিলো মেলি হৃদয় দুৱাৰ।" এইদৰেই যেন কবিয়ে প্ৰতিমা গঢ়িলে আৰু পিছত তাতেই প্ৰাণ প্ৰতিষ্ঠা কৰিলে।

'জীৱন উচ্ছ্বাস'ত কবিয়ে 'কল্পনা জখলা'ৰে সৰগত উঠি সৰগৰ ভোগ খাবলৈ বিচাৰিছিল—কিন্তু 'সংসাৰ ৰাক্ষসে' "হেঁচা মাৰি ধৰি উঠিব নিদিয়ে" কাৰণে নিজেই নিজৰ ভুলটো উপলব্ধি কৰি এনেদৰে আক্ষেপ কৰিছে—

> মিছা ভাৱনাত কিয় শক্তি হেৰুওৱা পৰি হুমুনিয়া কাঢ়িছোঁ।
> বুলিলো মোহত যাক সংসাৰ ৰাক্ষস, তাকেহে কুটুম মানিছোঁ।।
> সাৱটি বুকুত লওঁ, মিছা আশা এৰোঁ, মৰতৰ মৰণ-আলয়।
> ঘূৰি আশা ইয়াতেই, বান্ধো ইয়াল'কে, জীৱনৰ উদ্দেশ্য নিশ্চয়।।

সেয়ে 'শতমুখী বাসনা কামনা এৰি 'একত আশ্ৰয়' লোৱাটোকে সিদ্ধান্ত কৰিছে, যিহেতু এই মঙ্গলময় সৃষ্টিখনেই হ'ল 'বিশ্বৰ মঙ্গল নিদান।' ভাব-প্ৰৱণ কবিয়ে আকাশলৈ উধাও হৈ পুনৰ মৰ্ত্যলৈ ফিৰি আহিছে।

'মই' আৰু 'বিশ্ব ভাৱৰীয়া' কবিতা দুটিৰ মাজেৰে কবিয়ে বেদ-বেদান্তৰ চৰম তত্ত্ব ফুটাই তুলিবলৈ সমৰ্থ হৈছে। 'মই' কবিতাৰ 'মই'ত যেন সকলো নিহিত হৈ আছে—তাকেই ব্যক্ত কৰিব খুজিছে—

> "মই মই মই মাত্ৰ বিপুল সংসাৰে মই মই মই সুৰে শুনা।
> বাজিছে প্ৰাণৰ বীণা তান, মই বিনা আছে নো কি গুণা।"

'বিশ্ব ভাৱৰীয়া'ত কবিয়ে মানৱাত্মাৰ 'লীলা' বুলি ক'ব বিচাৰিছে।

> "সৃষ্টি পাতনিৰে পৰা নীল আকাশত, কিৰণৰ জাল মেলি, ভাৱৰ ধৰিছা।
> টিপচাঁটি হৈ উৰি টিপতে লুকাই, গৰুড়ৰ পখা মেলি বিচাৰি ফুৰিছা।"

আগৰৱালা এজন তত্ত্বদৰ্শী কবি। তেওঁৰ ভাষা সহজ-সৰল আৰু ভাব পোনপটীয়া—কিন্তু ভাব অসাধাৰণ আৰু গভীৰ। সৃষ্টিৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ যেন কবিৰ অদম্য হেপাহ। সেয়ে জীৱন আৰু সৃষ্টিৰ তত্ত্ববোধ কবিতাত ব্যক্ত কৰিবলৈ বিচাৰিছে। ইয়াতে যেন তেওঁৰ বিশেষত্ব।

'আশীৰ্বাদ' কবিতাৰ মাজেদিও তেওঁ কিছুমান চিৰন্তন সত্য তত্ত্ব উজ্জলাই তুলিছে। এই সংসাৰত "জানিলো নহয় স্থায়ী একো"। সংসাৰৰ সকলো বস্তুই যেন অসত্য, অনিত্য আৰু নশ্বৰ। মানুহৰ প্ৰতি মানুহৰ মৰমো অনিত্য-অস্থায়ী। ই মাথোন "মৰমৰ ছঁয়াবাজী চাব"। মানুহৰ যি ৰূপ বা সৌন্দৰ্য আছে—ইয়ো স্থায়ী নহয় বা একেদৰে নেথাকে—

"কত ৰঙ্গ ধৰিব সলাব"। মানুহৰ হাঁহি-ধেমালিও ক্ষণস্থায়ী—"ধেমালিৰে চলেনে সংসাৰ?" কবিয়ে কল্পনা কৰিছে—গোটেই আকাশখনেই যেন তেওঁৰ 'ধেমালি ঘৰ আৰু বিশ্বৰ আটাইবোৰ "ছোৱালী-ল'ৰা সঙ্গী"। পিছমুহূৰ্ততে কবিয়ে উপলব্ধি কৰিব পাৰিলে যে ভগবান বা ঈশ্বৰৰ ইচ্ছাতকৈ আন একোৱেই শ্ৰেষ্ঠ নহয়। ঈশ্বৰৰ বিধান বিচিত্ৰ আৰু সুন্দৰ। লগে লগে জানিব পাৰিলে—'বৈবাহিক জীৱনৰ মহৎ উদ্দেশ্য, পবিত্ৰ কৰ্তব্য আৰু ভাৰ্যাৰ কি কৰ্তব্য সকলো যেন একত্ৰিত হৈ অন্তৰ ভেদ কৰি ওলাই আহিল—সংসাৰত ঈশ্বৰৰ কাৰ্য কৰিবলৈ, মানুহক দিবলৈ ছঁয়া, ঘৰ এৰি গলি তই, কিহৰ বেজাৰ? বিশ্বজুৰি মলিয়াওক দয়া। সংসাৰ-মৰুৰ শ্যাম বটবৃক্ষ ৰূপা, সন্তাপীৰ সুখ, পাপীৰ ত্ৰাণ পুণ্য বাট দেখুৱাতী সৰগজীয়াৰী, আগবাঢ়া কৰি শান্তি স্নান।' তৃষিত মৰম-সুখে ঢালিবা-পীয়ুষ, অন্ন দিয়া অন্নপূৰ্ণা হই—

এনে ভাব আৰু ভাষা কম কবিতাতহে পোৱা যায়। প্ৰতিমাৰ খনিকৰৰ অসমীয়া সাহিত্যলৈ ই এক অনবদ্য দান।

'প্ৰকৃতি' নামৰ কবিতাত কবিয়ে প্ৰকৃতিৰ বুকুত সৌন্দৰ্যৰ ক্ষণস্থায়ীত্ব দেখি আক্ষেপ কৰিছে—

ফুল-কলি ফুলি গোন্ধ
বোঁৱাই প্ৰীতিৰ সোঁত
সৰি পছি নাইকিয়া হ'ল;

সৌন্দৰ্য পীপাসু মনে যেন আঘাত পালে। সকলোৰে প্ৰতি যেন উদাসীন হৈ পৰিল। ব্যক্তিগত সুখ-দুখ, হৰ্ষ-বিষাদ, জীৱন-মৰণ ইত্যাদিলৈকো যেন কবিৰ কাণসাৰ নাই। প্ৰকৃতিৰ বুকুত কিমান যে অহৰ্নিশে উত্থান-পতন হ'ব ধৰিছে তাৰ ইয়ত্বা নাই। ই যেন বিশ্বৰ চিৰন্তন ৰীতি। সৃষ্টিৰ আবহমান কালৰে পৰা যেন এনেকৈ পৰিবৰ্তন হৈ আহিছে। একোৰে প্ৰতি যেন তেওঁৰ ভ্ৰূক্ষেপ নাই।

ক'ৰ কোন কিবা হ'ল
চিন স্মৃতি পমি গ'ল
প্ৰকৃতি যে তেনেকৈয়ে ৰ'ল।

কবিয়ে প্ৰকৃতিৰ বুকুত উদ্ভৱ হোৱা বাহ্যিক বৰ্ণালিৰ বৰ্ণনাতে ক্ষান্ত হৈ থকা নাই—প্ৰকৃতিৰ লগতো হৃদয় বা আত্মাৰ সংযোগ স্থাপন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে। মানৱ আৰু প্ৰকৃতিৰ মাজত নিবিড় সম্পৰ্ক স্থাপন কৰিব বিচাৰিছে।

'মানৱ বন্দনাৰ মাজেৰে আগৰৱালাদেৱৰ মানৱ-প্ৰীতিৰ অপূৰ্ব নিদৰ্শন মূৰ্তিমান হৈ উঠিছে। ইয়াত মানুহৰ প্ৰীতি থকা অপৰিসীম মৰম-স্নেহৰ অনুৰাগ ৰঞ্জিত হৈছে। মানুহৰ কৰ্তব্য হৈছে কাম কৰি যোৱা আৰু মানুহৰ ধৰ্ম হৈছে—মানুহৰ প্ৰতি দেখুওৱা মৰম। ইয়াতেই যে মানৱ জনমৰ উদ্দেশ্য নিহিত হৈ আছে—

মানৱ জনম দিয়া উটুৱাই
মানৱী কৰম সোঁতে;
মানুহৰ মৰম বুজিবা মানুহে
ধৰম যে মৰমতে।

কবিয়ে উপলব্ধি কৰিব পাৰিছে—মানুহেই মানুহৰ লগ-সঙ্গ আৰু মানুহেই 'পৰাৎপৰ' আৰু বিশ্ব জগতৰ কেন্দ্ৰস্বৰূপো মানুহেই। এই পৃথিৱীখন যেন স্বৰ্গতকৈ শ্ৰেষ্ঠ—এইখনেই সকলো মানুহৰ নিজা ঘৰ—এনে ভাবত উপনীত হ'ব পাৰে কেৱল বিশ্বপ্ৰেমীয়েহে।

মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ;
এই যে পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজাপী ঘৰ।

কবিয়ে বুজিব পাৰিছে—মানুহ দেৱতা, মানুহতকৈ আন একোৱে শ্ৰেষ্ঠ হ'ব নোৱাৰে আৰু মানুহক সেৱা কৰিলেই যেন সকলো কাৰ্যৰ পৰিসমাপ্তি ঘটে। শেষত মানৱৰূপী দেৱতাৰ জয় ঘোষণা কৰিছে—

মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ;
কৰা কৰা পূজা পাদ্য-অৰ্ঘ্য লৈ
জয় জয় মানৱ দেৱ।

গীতি-কবি আগৰৱালাদেৱৰ 'তেজীমলা' এটি সাৰ্থক গীতি-কবিতা। "সৌৰভ আৰু প্ৰাণৰ মিলনৰ প্ৰতীক তেজীমলাৰ দৰদ" অসমীয়া কাব্য সাহিত্যলৈ আগৰৱালাদেৱে আদৰি আনে। ইয়াৰ মাজেৰে কবিয়ে এহাতে মানৱ সমাজৰ নিষ্ঠুৰতা, বৰ্বৰতা, কপটতা, কুটিলতা, হিংসা-দ্বেষ, ভণ্ডামি আৰু হৃদয়হীনতাৰ কাৰ্যাৱলী সম্যকৰূপে ফুটাই তুলিছে; আনহাতে প্ৰকৃতি যে কেনেকুৱা সংবেদনশীল, দৰদী আৰু শেষ আশ্ৰয়ৰ স্থল—তাৰেই সন্ধান দিছে।

মানুহ জীৱশ্ৰেষ্ঠ, অথচ মানুহে নিজৰ স্বাৰ্থৰ বশৱৰ্তী হৈ আপোন-পৰ নেওচি নানা অন্যায় আৰু উৎপীড়ন কৰে। তেজীমলা তাৰেই জ্বলন্ত নিদৰ্শন। এই সকলো নিষ্ঠুৰতা, অন্যায়ৰ বিৰুদ্ধে কবিয়ে যেন বিদ্ৰোহী হৈ উঠিছে। মানুহৰ এখানিমান মৰমেই মানুহক দিয়ে অনাবিল আনন্দ আৰু জীয়াই থকাৰ অনন্ত হেপাহ, উদ্যম। তাৰ বিপৰীতে মানুহে নিজৰ চোতালত ফুলি থকা মাধুৰীকো ভৰিৰে গচকি-মোহাৰি পেলাব পাৰে—ক্ষুদ্ৰ স্বাৰ্থৰ বশৱৰ্তী হৈ—

মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনি হায়,
সাৰি, তুলি, ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নায়।

কিন্তু মানুহ-মাতৃৰ নিষ্ঠুৰতাৰ বিপৰীতে প্ৰকৃতি যেন সকলোৰে মৰম-দায়িনী মাতৃ। প্ৰকৃতিৰ বুকুত কিমান যে অন্যায়, অত্যাচাৰ, উৎপীড়ন হ'ব ধৰিছে—তাৰ ইয়ত্বা নাই; অথচ এই প্ৰকৃতিয়েই নিজৰ সুকোমল কোলাত সকলোকে আশ্ৰয় দিছে। তেজীমলাকো প্ৰকৃতিয়ে আশ্ৰয় দিছে। তেজীমলা সৰল, পবিত্ৰ আৰু সৌন্দৰ্যৰ প্ৰতীক পাৰিজাত হৈ, অপৰূপা হৈ প্ৰকৃতিৰ কোলাতেই ফুলি আছে। কোনো ধৰণৰ বিপদ-আপদ ধুমুহাই তোলাব নোৱৰা মৰমৰ ঠাইত নিৰাপদে, নিশ্চিন্তে আছে—দেৱী স্বৰূপা হৈ।

তেজীমলাৰ উক্তিৰে কবি আগৰবালাই মানুহক সতৰ্ক কৰি দিছে। ইয়াৰ মাজেদি মানুহৰ বৰ্বৰতা, নিষ্ঠুৰতা শঠতাৰ প্ৰতি কবিৰ অতীব ঘৃণা প্ৰকাশ কৰি প্ৰতিশোধ ল'ব বিচাৰিছে।

হাতো নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাবৰীয়া তই,
মানুহে ফুলৰ কিজানে আদৰ
তেজীমলাহে মই।

'মাধুৰী' কবিতাৰ মাজেদি কবিয়ে সৰ্বসাধাৰণ মানুহে উপলব্ধি কৰিব নোৱৰা সৌন্দৰ্যৰ সঁফুৰাৰ পোহাব মেলিছে। কবি সৌন্দৰ্যৰ পূজাৰী। সেই সৌন্দৰ্য নিজেই উপলব্ধি কৰি আনকো সেই সৌন্দৰ্যত অভিভূত কৰাতহে যেন কবিৰ অপাৰ আনন্দ।

কবিয়ে প্ৰকৃততে মাধুৰীনো ক'ত ক'ত আছে জানিবলৈ দিছে—

ফুটোনে নুফুটোকৈ কুমলীয়া কলিটি'ত, 'ওঠত লাজেৰে বৈ মিচিকীয়া হাঁহিটি'ত, 'সোলোকাই মোকোলাই আধা বন্ধা খোপাটি'ত, 'শুনো কি নুশুনো ঐ উটি অহা গীতটি'ত, 'ৰিণিকি ৰিণিকি কৈ ক'ৰবাৰ বাঁহীটি'ত 'উচুপি নিচুকি গৈ কন্দেকীয়া ঠেহটি'ত, 'হাঁহোৱেই নে কান্দোকৈ ছলছলীয়া চকুটি'ত, 'ওলাওঁ নোলাওঁকৈ মন মোহা ঠগটি'ত, 'চাওঁ নে নেচাওঁ কৈ মৰমৰ দেহীটি'ত যেন কবিয়ে 'মাধুৰী' বিচাৰি পাইছে। সৌন্দৰ্য তথা মাধুৰীয়ে যেন চাৰিওপিনে লুকাভাকু খেলিছে।

'নিয়ৰ' কবিতাত কবিৰ কল্পনাপ্ৰয়াসী আৰু সৌন্দৰ্য সন্ধানী মনে আকাশ লঙ্ঘা যেন লাগে। অতি সাধাৰণ বস্তুত অসাধাৰণত্ব আৰোপ কৰি উজ্জলাই তুলিছে। সৰ্বসাধাৰণ মানুহৰ দৃষ্টি দুবৰি বনৰ পাতত ওলমি থকা নিয়ৰকণালৈ ঢাপলি নেমেলে—মেলিলেও কবিৰ দৰে কল্পনা বাজাত উটি-ভাহি ফুৰিব নোৱাৰে। সেউজীয়া দুবৰি বনৰ পাতত নিয়ৰ এটোপাল ওলমি থকা দেখি কবিয়ে ক'ব বিচাৰিছে—সেয়া যেন নিয়ৰ নহয়—মুকুতা মণিহে; নাইবা টোপনিৰ আলজালত খহি পৰা এটি 'তৰা'হে—যি আকাশৰ স্বপ্নাতুৰ

আৱেশৰ কথাত মগ্ন হৈ আছে। অথবা কোনো বাংগালী নাচনীয়ে কোনো ফুলনিত নাচি থাকোঁতে সৰি পৰা এটি মণি, নাইবা জোনাকে অভিভূত কৰা কোনো বিৰহীৰ চকুৰ পৰা নিগৰি অহা গোপন চকুলো ফুলৰ পাহিত ওলমি ৰ'ল।

'সুখ-গীত' কবিতাত মানুহে কি কৰিলে বা কেনেকৈ সুখ পাব পাৰে কেইটিমান প্ৰাকৃতিক উপমাৰে বক্তিতা খুৱাই ব্যক্ত কৰিছে। সুখ উৰি ফুৰা বস্তু নহয় যে মানুহে ধৰি আনিব পাৰে। মানুহৰ যত্নতহে সুখ লাভ হয়।

> চোৱা যেন, চোৱা হেৰা জিলিকনি মৰা
> সংসাৰৰ সুখবোৰ উৰি উৰি ফুৰা
> নখে মাটি লেখা খোজে তলমূৰ হই—
> নুফুৰিবা পৃথিৱীত পখিলালে চাই।

ইয়াৰ উপৰিও 'কিশোৰী', 'ফুলা সৰিয়হ ডৰা', 'সন্ধিয়া', 'বিমুখ', 'যুগমীয়া শোক', 'জীৱনৰ দলি', 'শান্তি' 'আশা' ইত্যাদি ভালেমান কবিতা আছে—যিবোৰ প্ৰকৃতিৰ প্ৰকৃত জ্যোতিষ্কাৰ হৈ থকা একোপাহি ফুলহে।

চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ কবিতা পুথি দুখন আলোচনা কৰি ড' সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে এইদৰে মন্তব্য কৰিছে—

"সংখ্যাত তাকৰ হ'লেও এই দুখন কবিতাৰ পুথিয়ে চন্দ্ৰকুমাৰৰ উচ্চ কবি-প্ৰতিভাৰ পৰিচয় দিয়ে। তেওঁৰ কবিতাৰ বিষয়বস্তুত দৰ্শনৰ গুৰু-গাম্ভীৰ্য আৰু প্ৰকাশভংগীত লোক-গীতৰ লয়লাস পোৱা যায়। সৌন্দৰ্যৰ সন্ধান, মানৱপ্ৰীতি, বৈদান্তিক প্ৰভাৱ বা অদ্বৈত দৃষ্টি, বৈষম্যপূৰ্ণ পুৰণি পৃথিৱীক ধ্বংস কৰি সাম্য ভাৱৰ ওপৰত প্ৰতিষ্ঠিত নতুন সমাজক আহ্বান আৰু সবল আশাবাদ চন্দ্ৰকুমাৰৰ কবিতাৰ বিশেষত্ব। তেওঁৰ কবিতাত সত্য আৰু সুন্দৰৰ প্ৰভেদ নাই।

মুঠৰ ওপৰত 'প্ৰতিমা' এখন সৰ্বাংগসুন্দৰ কবিতাৰ পুথি। কবিতাবোৰৰ ভাষা অতি সহজ-সৰল ঘৰুৱা শব্দেৰে সমুজ্জ্বল। কিন্তু ভাব, ভাষা অনুযায়ী ছন্দৰ সাবলীল গতি কোনো কোনো কবিতাত নথকা কাৰণে কেতিয়াবা কেতিয়াবা উজুটি খোৱা যেন লাগে। সুন্দৰ সুকোমল শব্দৰ বাছনিয়ে তাক বহু পৰিমাণে পৰিমাৰ্জিত কৰা দেখা যায়। শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ প্ৰচুৰ প্ৰয়োগে কাপতে ৰং চৰাইছে। এইটো সম্ভৱ হৈছে চন্দ্ৰকুমাৰ আগৰৱালা পৈণত খনিকৰৰ নিখুঁত কাপত।

---

*কপৌবৰ কলা পৰিষদে ২৮/১১, ৬৭ তাৰিখে আয়োজন কৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম শতবাৰ্ষিকীৰ সভাত পঠিত।*

# পদ্মনাথ গোহাঞিবৰুৱাৰ ধেমেলীয়া নাট—এটি আলোকপাত

গোহাঞিবৰুৱাৰ ধেমেলীয়া নাটকেইখন আলোচনা কৰাৰ আগতে ধেমেলীয়া নাটনো কি চমুকৈ আলোচনা কৰা যাওঁক।

ইংৰাজীত 'ফাৰ্চ' আৰু 'কমেডি'ক বেলেগ বেলেগকৈ শ্ৰেণীভুক্ত কৰিব পাৰি; কিন্তু অসমীয়াত পৰিভাষাৰ অভাৱত ব্যাপক অৰ্থত ধেমেলীয়া নাট বুলি আৰু 'ফাৰ্চ'ক প্ৰহসন আখ্যা দিয়া হৈছে। অসমীয়া সাহিত্যত দুয়োবিধৰ নিৰ্দিষ্ট সীমাৰেখা নাইকিয়া। ইংৰাজী 'ফাৰ্চ' আৰু লঘু কমেডিৰ প্ৰধান উপাদান হ'ল—হাস্যৰসৰ অৱতাৰণা। এই হাস্যৰস সৰল, নিৰ্ভাজ আৰু ব্যঙ্গাত্মক হ'বও পাৰে। ৰচনা ভংগীৰ শিথিলতা আৰু ব্যঙ্গ ভাবৰ প্ৰাধান্য প্ৰহসনৰ আন এটি বিশেষত্ব।

সমাজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিক ভেটি কৰি যি আমোদজনক নাট ৰচনা কৰা হয়—তাক 'কমেডি অব মেনাৰ্চ' বোলা হয়। কিন্তু ব্যক্তিগত চৰিত্ৰৰ খামখেয়ালি, ত্ৰুটি-বিচ্যুতি আৰু অসংগতিক কেন্দ্ৰ কৰি যি নাট ৰচনা কৰা হয় তাক 'কমেডি অব হিউমাৰ' বোলা হয়।

প্ৰহসনত নাটকীয় দ্বন্দ্ব (অন্তৰ্দ্বন্দ্বই হওক বা বহিৰ্দ্বন্দ্বই হওক) বা সংঘাত মূল বস্তু নহয়—উপৰুৱাহে। গতিকে এই সংঘাতে ব্যাপকতা আৰু গভীৰতা লাভ কৰিব নোৱাৰে। প্ৰহসনত বিষয়বস্তুৰ শৃঙ্খলতা আৰু গাঁথনিৰ সুসংবদ্ধতা নোহোৱাৰ কাৰণে ঘটনা পৰম্পৰাৰ মাজত প্ৰকৃত যোগসূত্ৰ স্থাপন নহয়; ফলত ঘটনাৰ ধাৰাবাহিকতা নেথাকে আৰু সম্পৰ্ক থকা পৰিস্থিতিও উদ্ভৱ হ'ব নোৱাৰে।

প্ৰহসনৰ চৰিত্ৰবোৰ অৱস্থাৰ দাস হৈ পৰে। পৰিবেশ বা পৰিস্থিতিক জয় কৰি নিজৰ আয়ত্তলৈ অনাৰ চেষ্টা প্ৰহসনত দেখা নেযায়।

ঘটনাৰ গাম্ভীৰ্য নথকা কাৰণে বৈচিত্ৰ্য, অস্বাভাৱিকতা অসাধাৰণত্বৰ জৰিয়তে দৰ্শকসকলৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰা প্ৰহসনত দেখা যায়।

কু-সংস্কাৰত আচ্ছন্ন হৈ থকা সমাজৰ মানুহৰ মন অসংগতিপূৰ্ণ হয় আৰু তেতিয়া কথা আৰু কাৰ্যৰ বিসংগতি আহি পৰে। 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'ৰ দৰে বাহ্যিক আড়ম্বৰৰ অন্তৰালত ব্যৱধান হৈ পৰা মনোবৃত্তি ওলাই পৰে; তেতিয়া নতুন পৰিবেশ বা

পৰিস্থিতিৰ লগত আচহুৱা অৱস্থাৰ সৃষ্টি হয় আৰু তেনে অৱস্থাতে প্ৰহসন ৰচিত হয়।

অসমীয়া ভাষাত হেমচন্দ্ৰ বৰুৱা, ধেমেলীয়া নাটৰ প্ৰথম জন্মদাতা। তেখেতে ১৮৬১ চনত 'কানীয়াৰ কীৰ্তন' নামৰ এখন উদ্দেশ্যধৰ্মী প্ৰহসন ৰচনা কৰে। তেখেতৰ পিছত ৰুদ্ৰৰাম বৰদলৈয়ে 'বঙ্গাল-বঙ্গালনী' নামৰ প্ৰহসনজাতীয় লঘু কমেডি নাট এখন ১৮৭১ চনত ৰচনা কৰে। ১৮৮৯ চনত অসমীয়া সাহিত্যৰ ত্ৰিমূৰ্ত্তি চন্দ্ৰ কুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ প্ৰচেষ্টাত ওলোৱা 'জোনাকী' কাকতৰ প্ৰথম সংখ্যাত প্ৰথমে বেজবৰুৱাই 'লিতিকাই' নামৰ এখন প্ৰহসন লিখি প্ৰকাশ কৰে। লৌকিক সাধুকথাৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা এইখনেই প্ৰথম ধেমেলীয়া নাট।

বাস্তৱিকতে উনৈশ শতিকাৰ শেষছোৱা অসমীয়া ভাষা-সাহিত্যৰ প্ৰস্তুতিৰ সময়। তাৰ আগৰছোৱা সময় অসমীয়াৰ কাৰণে আছিল অতি দুৰ্যোগৰ সময়। মান-মৰাণৰ আক্ৰমণত জুৰুলা হোৱা অসমীয়া প্ৰজাই বৃটিছ বকাছৰ আঁৰত জিৰাই থাকোঁতে বহুমলাৰূপী বঙলা ভাষাই অসমীয়া ভাষাৰূপী বটবৃক্ষক মেৰিয়াই ধৰি নিঃশেষ কৰিবলৈ উঠিপৰি লাগে। বঙালী কেৰাণী, মহৰি, উকীল-মুক্তিয়াৰৰ কু-চক্ৰান্তত অসমীয়া মাতৃভাষা নিজৰ দেশৰ পৰা নিৰ্বাসিত হয়। আনন্দৰাম ঢেকিয়াল ফুকন প্ৰভৃতি অসমীয়া ডেকাকেইজনমান আৰু আমেৰিকান খ্ৰীষ্টান পাদুৰীসকলৰ প্ৰচেষ্টাত ই পুনৰ সঞ্জীৱিত হৈ উঠে। তাৰ পিছতেই ঊনবিংশ শতিকাৰ শেষ দশকত কলিকতাবাসী কেইজনমান অসমীয়া ছাত্ৰৰ যত্নত অসমীয়া ভাষা-সাহিত্য পুনৰ মূৰ দাঙি উঠে। তেওঁলোকৰ আপ্ৰাণ চেষ্টাত হীনতেজা অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন হয়। এইদৰে অসমীয়া সাহিত্যৰ সকলো দিশত মনোনিবেশ কৰি সাহিত্য-চৰ্চা কৰা লোকসকলৰ ভিতৰত বেজবৰুৱা আৰু গোহাঞিবৰুৱা অন্যতম। কি কবিতা, কি নাটক, কি গল্প, কি উপন্যাস, কি প্ৰবন্ধ, কি জীৱনী, কি ধেমেলীয়া নাট, কি বুৰঞ্জী, কি সাধুকথা, কি পাঠ্যপুথি, কি ধৰ্মীয় পুথি আদি সকলো বিষয়তে দুয়োজনে সমানে কৃতকাৰ্যতা দেখুৱাই গৈছে। হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাই অসমীয়া ভাষা-সাহিত্যৰ গুৰি ধৰিছিল সঁচা, কিন্তু সাহিত্যৰ বিভিন্ন দিশক আগবঢ়াই উচ্চতম শিখৰত উপনীত কৰাত বেজবৰুৱাৰ দৰে গোহাঞি বৰুৱায়ো সমানে বৰঙণি আগবঢ়াইছে। বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু সাহিত্য ৰচনাত শংকৰদেৱ আৰু মাধৱদেৱৰ যি প্ৰচেষ্টা, অসমীয়া ভাষা আৰু সাহিত্যৰ শ্ৰীবৃদ্ধিত অৱিহণা যোগাওঁতা হিচাপে বেজবৰুৱা আৰু গোহাঞিবৰুৱাৰ সেই একেই প্ৰচেষ্টা দেখা যায়।

এতিয়া গোহাঞিবৰুৱাই ধেমেলীয়া নাটকেইখন ৰচনা কৰি অসমীয়া ভাষা-সাহিত্য আৰু অসমীয়া জাতিৰ কাৰণে যি উপকাৰ সাধন কৰি গ'ল তাকেই আলোচনা কৰোঁচক।

গোহাঞিবৰুৱাদেৱে মাত্ৰ তিনিখন ধেমেলীয়া নাট ৰচনা কৰে। সেইকেইখন হ'ল— 'গাওঁবুঢ়া', 'টেটোন তামুলী' আৰু 'ভূত নে ভ্ৰম'। গাওঁবুঢ়া নামৰ সামাজিক ধেমেলীয়া নাটখন ১৮৯৭ চনত ৰচনা কৰে। এইখনেই তেখেতৰ আগ বয়সত ৰচনা কৰা প্ৰথম নাট। নাট্যকাৰে নাটকৰ পাতনিত স্পষ্ট ভাষাৰে লিখিছে—"আধুনিক অসমীয়া সমাজৰ আদিছোৱাত চৰকাৰী কৰ্মচাৰী গাওঁবুঢ়া, 'অনাহাৰী' বিষয়ববীয়া পাটনি বিষয়ক বহসাই এই লেখকৰ অন্তৰত, দ'ৰা কালত সদায় কৌতূহল জন্মাইছিল। সেই ৰহস্যৰ আৰ্হি বাহিৰক দাঙি

ধৰাই এই সামাজিক নাটক লিখিবলৈ লোৱাৰ আগ উদ্দেশ্য। আজিকালি অসমত পছিমীয়া ধাৰণৰ অভিনয়ৰ প্ৰতি যেনেকৈ অনুৰাগ বাঢ়িছে, তেনেকৈ তাৰ জোখায় অসমীয়াত নাটক নাই, বিশেষকৈ সামাজিক নাটক, সেই অভাৱ কিঞ্চিৎমান গুচাবলৈ আগবঢ়াটো এই পুথি লিখাৰ দ্বিতীয়জ লক্ষ্য।"

এই উদ্দেশ্য আৰু লক্ষ্য সাবোগত কৰি গোহাঞিবৰুৱাদেৱে গাওঁবুঢ়া নাটখন ৰচনা কৰে। বৃটিছ শাসনকালত ৰায়তৰ পৰা খাজনা আদায় কৰা মৌজাদাৰৰ সহায়ক গাওঁবুঢ়াই অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে খাজনা আদায় কৰি ফুৰে। পৰিশ্ৰম হয় যদিও পাৰিশ্ৰমিক নাই। এনে পৰিপ্ৰেক্ষিতত দেশপ্ৰেমীক গোহাঞিবৰুৱাৰ অন্তৰত সহানুভূতিৰ উদ্ৰেক হয় আৰু তাৰেই নাট্যৰূপ 'গাওঁবুঢ়া'।

ই এখন পাঁচ অঙ্কতীয়া নাট। লক্ষীমপুৰ জিলাৰ গাওঁ এখনৰ ভোগমন চেতীয়া নামৰ মানুহজনক বৃটিছ চাহাবৰ কুলী হ'বলৈ বাপুৰাম শইকীয়া নামৰ মণ্ডল, কচুখোৱা নামৰ গাঁওবুঢ়া আৰু চিপাহী এজনে ধৰি লৈ যায় আৰু নিৰপৰাধী সহজ-সৰল মনৰ ভোগমনে কুলীৰ কাম কৰিবলগীয়া হয়। আকৌ তেনেকৈ ভৱিষ্যতে কুলী হোৱাৰ আশঙ্কা কৰি ঘৈণীয়েকৰ দিহা-পৰামৰ্শমতে মৌজাদাৰক ভেটী ভূটা দি নকৈ গাওঁবুঢ়া হয়। তেতিয়া ভোগমনে কুকুৰা চৰাই, কণী বিচাৰি যায়। ঘৰত ঘৈণীয়েকৰ ভাত নোহোৱা কাৰণে চৰকাৰী দায়িত্বত লঘোণে ভোকে খাদ্য সামগ্ৰীৰ সন্ধানত যায়। সেইবোৰ গোটাই আনি আলুহী বঙলাত (ডাক বঙলা) থকা খানচামা আৰু অৰ্দালিৰ হাতত দিয়ে; তাতো কম বস্তু অনা বুলি নানা ধৰণে তিৰষ্কাৰ আৰু অত্যাচাৰ কৰে। ইতিমধ্যে চৰকাৰৰ নিৰ্দেশ অনুসাৰে মৌজাদাৰ ৰত্নেশ্বৰ হাজৰিকাই খাজনাৰ তাগিদাত অলপো সহানুভূতি নেদেখুৱাই ভোগমনৰ ঘৰ ক্ৰোক কৰোৱায় আৰু ঘৰৰ লাম-লাকুটিখিনি উলিয়াই লৈ যায়। ভোগমনৰ কৰিবলগীয়া একো নাছিল। ঘৈণীয়েক ৰংদৈক কয়—"উঠ উঠ, কিয়নো এনে অথিৰ হৈ বেজাৰৰ ওপৰত বেজাৰ দিছ? ঈশ্বৰৰ ইচ্ছা, যি কৰে কৰি যাওঁক" বুলি কৈ পিছ মুহূৰ্তত আক্ষেপ কৰি ৰংদৈদেৱে কৈছে—"মই তইতবো বধৰ ভাগী হ'লো। কুলী হোৱাৰ ভয়ত, আৰু মান ৰইখা কৰিবলৈ গৈ চৰকাৰী গাওঁবুঢ়া বিষয় খাওঁতে এতিয়া মোৰ এনে বিলাই।" তাৰ উত্তৰত ঘৈণীয়েক ৰংদৈয়ে এনেদৰে কৈছে—"গাওঁবুঢ়া বিষৈয়ে আমাৰ গতি যি কৰিলে কৰক। এতিয়া আৰু তাত সকাম নাই; কাইলৈ গৈ হাকিমৰ আগতে সেইখন বিষই শোধাই থৈ আহি গাটো আজৰি হৈ লবিহঁক! দেহা ভালে থাকিলে, কোননো নেখাই মৰিছে? এতিয়া হাতে কাণে যি আছে, তাকেবেচি তৰোঁহঁক।" সেইমতে ভোগমনে কাম ইস্তফা দি আহে। চাহাবে পিছতহে জানিব পাৰিলে যে মাজৰ মানুহ এচামে গাঁওবুঢ়াক ঠগি অত্যাচাৰ কৰি ভাৰ ভেটী খায়। সেয়ে তেওঁ ওপৰৱালালৈ লিখে যাতে গাঁওবুঢ়াৰ বিষয়টো অবৈতনিকৰ সলনি বেতন দিয়াৰ ব্যৱস্থা হয়। নাটৰ সামৰণিত চাৰিজন গাঁওবুঢ়াই গোৱা সমদল সংগীতত নাট্যকাৰে এফালে নাটকৰ মূল কথাখিনি প্ৰকাশ কৰিছে—আনফালে নাটকৰ চমৎকাৰিত্ব বৃদ্ধি পাইছে।

অসমীয়া নাট্য সাহিত্যত গাঁওবুঢ়া নাটখন ধেমেলীয়া নাট হিচাপে আলোচনা হৈ

আহিছে। কিন্তু কোনো কোনো সমালোচকে এইখন 'করুণ ৰসসিক্ত সামাজিক নাটক' বুলি অভিহিত কৰিব খোজে। নায়ক ভোগমনে ন কৈ পতা গাওঁবুঢ়া বিষয়টো পায় মৌজাদাৰক ভেটীভুটা দি। বিষয়বাবৰ যন্ত্ৰণাই আমুওৱাত বৈশীয়েকৰ কথামতেই অবৈতনিক কামটো এৰি পেলায়। ইয়াৰ দ্বাৰাই নাটখনৰ নায়কৰ যি আশা ভংগৰ প্ৰতিচ্ছবি ফুটি উঠিছে—তাকে লৈ 'করুণ ৰসসিক্ত সামাজিক নাটক' বুলি কোৱাত বাধা নাই। বৃটিছ শাসনকালৰ আদিছোৱাৰ সমাজখন কেনে আছিল তাৰ সুন্দৰ চিত্ৰ এটি অংকন কৰিবলৈ গোহাঞিবৰুৱাদেৱে সক্ষম হৈছে। বৃটিছ চৰকাৰৰ তলৰ খাজনা আদায় কৰা মৌজাদাৰৰ তলতীয়া গাওঁবুঢ়াৰ পদবীটোৰ পৰা সমাজত আগভাগ পোৱা যায় সঁচা—কিন্তু অনাহাৰে দিন কটাব লগা হয়। আনকি চাহাবৰ ভাত ৰন্ধা খানচামা, অৰ্দালি, টেকেলা, পিয়ন আদিয়েও অবাধে শাস্তিবিধান কৰিছিল আৰু সিইতৰ প্ৰভাব যে বেছি তাকে পৰ্যাপ্তভাৱে দেখুওৱা হৈছে। চাহাব মফচললৈ আহিলে বিনা বাক্যব্যয়ে কুকুৰা, কণী আদি খাদ্য সামগ্ৰী বিচাৰি আনিব লাগে গাওঁবুঢ়াই—কিন্তু সেইবোৰ গোটাবলৈ যে পইচা দিব লাগে তালৈ কোনেও ভ্ৰূক্ষেপ নকৰে। এনে কু-প্ৰথাটো গাওঁবুঢ়াসকলে নিৰ্বিবাদে মানি লৈছিল আৰু তাৰ কোনেও প্ৰতিবাদ কৰিব নোৱাৰিছিল। কিন্তু সৰল চিতীয়া ভোগমনে মৰীয়া গাঁওলৈ গৈ বিধবা ভেলেউৰ পৰা কুকুৰা আৰু কণী অনা অপৰাধত যেতিয়া জড়িত হ'ব লগা হয়, তেতিয়া ভোগমনৰ পৰাই চাহাবে প্ৰকৃত কথাটো উদঘাটন কৰে আৰু তাৰ প্ৰতিকাৰ কৰে গাওঁবুঢ়া পদটো অবৈতনিকৰ সলনি বেতন দিয়াৰ ব্যৱস্থা কৰিবলৈ ওপৰ মহলালৈ লিখে।

গোহাঞিবৰুৱাই গাওঁবুঢ়া নাটকত সেই সময়ৰ অসমীয়া সমাজৰ বিসঙ্গতিপূৰ্ণ দিশ—বিশেষকৈ, ৰাজনৈতিক, সামাজিক, গাৰ্হস্থ্য আৰু ব্যক্তিগত জীৱনৰ ত্ৰুটীপূৰ্ণ ফালবোৰ পুংখানুপুংখভাৱে ফঁহিয়াই দেখুৱাইছে। আনহাতে গ্ৰাম্য জীৱনৰ প্ৰতি সাচেতন নাট্যকাৰে এনেবোৰ দোষ ফঁহিয়াই দেখুওৱাত কৃতকাৰ্যতা লাভ কৰিছে।

নাটকৰ নায়ক ভোগমনৰ একালে ৰাজভক্তিৰ আনুগত্য, আনফালে পেটৰ ভোকত মৃতপ্ৰায় হোৱা গাওঁবুঢ়াৰ অৱস্থা যে পানীত হাঁহ নচৰা বিধৰ তাকে প্ৰতিপন্ন কৰিছে। গতিকে ভোগমনৰ যি কিংকৰ্তব্য বিমূঢ় অৱস্থাৰ সৃষ্টি হৈছে—তাৰ মাজেদি নায়কৰ অন্তৰ্দ্বন্দ্ব আৰু বহিৰ্দ্বন্দ্ব দেখা-নেদেখাকৈ চমক লগাইছে। শেষত বহিৰ্দ্বন্দ্বটো মূৰ দাঙি উঠে। তাৰ ফলতেই ভোগমনে গাওঁবুঢ়াৰ বিষয়বাবটো গোটাই দিয়ে।

নাটখনৰ প্ৰথম অংকৰ প্ৰথম দৃশ্যতে বাপুৰাম শইকীয়া মণ্ডল আৰু কচুখোৱা চুতীয়াই সিকি এটা আৰু মালভোগ কল এথোকৰ প্ৰলোভনত দুটি কুলীক যাবলৈ এৰি দিয়া দেখুৱাইছে। দাৰোগা মাণিক চন্দ্ৰ বৰুৱাই কিবা এটি বস্তুৰ আশাত কুলী এটাক যাবলৈ অনুমতি দিয়ে। তাৰ দ্বাৰাই সেই সময়ৰ অসমীয়া সমাজখনৰ চৰকাৰী বিষয়াসকলৰ যে নৈতিক অধঃপতন হৈছিল তাকো প্ৰকাশ কৰিছে।

ধেমেলীয়া নাটৰ চৰিত্ৰ হিচাপে ভোগমন, ৰংদৈ আৰু মৌজাদাৰণী অমিলাৰ চৰিত্ৰ সুন্দৰভাৱে ফুটি উঠিছে। মৌজাদাৰৰ চৰিত্ৰত একালে চৰকাৰী বিষয়াৰ বিষয়ৰ প্ৰতি যি আনুগত্য আৰু নিজৰ বিষয়বাবটো ৰক্ষা কৰাৰ যি তৎপৰতা সেইটো ফুটি উঠিছে।

চিপাহীজনক একেটি দৃশ্যত অৱতাৰণা কৰা হৈছে যদিও কর্তব্যপৰায়ণতা আৰু ৰাজভক্তিৰ নিদর্শন পোৱা যায়। সেই চৰিত্ৰটোৰ সংলাপত হিন্দী ভাষা প্রয়োগ কৰি যথোপযুক্ততা দান কৰিছে। আনহাতে কচুখোৱা আৰু বাপুৰামৰ সংলাপত অশুদ্ধ হিন্দী অসমীয়া ভাষা প্রয়োগ কৰি দর্শকক হাস্যৰসৰ আস্বাদ দিছে—আনহাতে অপৰিচিত ভাষা এটি ক'বলৈ চেষ্টা কৰাটো দেখুৱাইছে। উদাহৰণ স্বৰূপে বাপুৰাম আৰু কচুখোৱাৰ সংলাপৰ একাংশ তুলি দিয়া হ'ল—

বাপুৰাম—"দেখ, দেখ কনিষ্ট। ঐ কুলী ভাগকে লৰ মাৰ্‌তাহেঁই! তুমি খেদি যাইকে তাক পাকুৰি আনও।" কচুখোৱা—"নাই, কনিষ্ট বাবু, তুমি ৰহ; হামি এক লৰমে যাইকে তাক পাকুৰি লৈ আনেগা।"

ইয়াৰ উপৰি কানিৰ প্ৰচলন যে অসমত বিশেষকৈ অসমীয়া সমাজত আছিল তাৰ ইংগিত ১ম জন কুলীৰ সংলাপত পোৱা যায়।

দ্বিতীয় অংকৰ ১ম পটত এখন গাঁৱলীয়া মেলৰ নমুনা দাঙি ধৰিছে। তাৰ মাজেদি ভাই-ককাইৰ ভিতৰতো যে সম্পত্তিক লৈ টনা-আজোৰা লাগে—তাকো ফুটাই তুলিছে। মূঠৰ ওপৰত অধঃপতিত তদানীন্তন অসমীয়া সমাজখনৰ সকলো দিশৰ ফটফটীয়া চিত্ৰ এখনি গাওঁবুঢ়া নাটকত অংকন কৰি দেখুৱাইছে। তাৰ মাজেদি নাট্যকাৰ প্ৰকাৰন্তৰে অসমীয়া সমাজৰ উন্নতিকে কামনা কৰিছে।

নাট্যকাৰে শব্দৰ যথাযথ উচ্চাৰণ আৰু বর্ণাশুদ্ধি নকৰি, চাহাবৰ মুখত 'ত'ৰ ঠাইত 'ট', 'ঘ'ৰ ঠাইত 'গ', 'ভ'ৰ ঠাইত 'ব' আৰু অসমীয়া, হিন্দী মিহলি খিচিৰি ভাষাৰ প্রয়োগ দেখুৱাই হাস্যৰসৰ অৱতাৰণা কৰিছে। তাৰ উপৰি মেলুৱইসকলৰ ১ম জনে 'কিনো ৰূপে সৈতে', গুচৰীয়াই 'মোকৰ্দমা'ক 'মকটমা'; ৩য় মেলুৱৈয়ে 'কিন্তু' ৪র্থ মেলুৱৈয় 'তাৰ পৰিণামে' আদি ব্যক্তিগত কথা কোৱাৰ মুদ্ৰাদোষ কিছুমান দেখুৱাই হাস্যৰসৰ সৃষ্টি কৰিছে। তাৰ উপৰি হাজতৰ মুখত 'শ', 'স'ৰ ঠাইত 'খ' আৰু দ্বিতীয় পুৰুষৰ সম্মানসূচক ক্রিয়াত যি বিভক্তি যুক্ত কৰি এক সম্প্রদায়ৰ মানুহক উপলুণ্ডা কৰি হাস্যৰসৰ সৃষ্টি কৰিব খুজিছে। কিন্তু সাহিত্য সৃষ্টিত এনে কার্য দোষণীয়।

নাট্যকাৰে নাটখন পাঁচোটা অংকত বিভাজন নকৰি গতানুগতিকভাৱে সামান্য কাহিনীক লৈ পাঁচোটা অংকত ভাগ কৰাটো যুক্তিযুক্ত হোৱা নাই যেন লাগে।

'গাওঁবুঢ়া' নাটত হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন' আৰু দুৰ্গা প্ৰসাদ মজিন্দাৰ বৰুৱাৰ মহৰী' নাটৰ প্ৰভাৱ পৰিলক্ষিত হোৱা দেখা যায়।

গোহাঞিবৰুৱাৰ অন্যতম নাট 'টেটোন তামুলি' ১৯০৯ চনত ৰচিত। তেখেত নিজেই নাটখনিৰ পাতনিত ধেমেলীয়া নাট বুলি অভিহিত কৰিছে—"অসমীয়া 'ষ্টেজ'ত ধেমেলীয়া নাটকৰ বৰ্তমান যেনে অভাৱ, তালৈ চাই, এই লিখকে সেই সময় আৰু সুযোগ পোৱাৰ আগেয়ে যদি কোনোবা সুলিখকে বাকী দুছোৱা হাতত লয় তেন্তে সি অতিশয় আনন্দৰ বিষয় হ'ব।" তেখেতে তিনিছোৱা টেটোন তামুলিৰ সাধুটো নাট্যৰূপে ৰূপায়িত

কৰাৰ চেষ্টা কৰি প্ৰথমছোৱাৰ নাট্যৰূপ দিয়ে—বাইজৰ মূল বস্তুত কোনো লৰচৰ নঘটাই তাক নাট মন্দিৰত উলিয়াব পৰাকৈ সজোৱা হ'ল মাথোন।"

কাম-কাজ নকৰি ঘূৰি ফুৰা ডেকা টেটোন কথা কোৱাত নিপুণ, উপস্থিত বুদ্ধিসম্পন্ন আৰু বুদ্ধি-বৃত্তিত দেৱগুৰু বৃহস্পতিৰ সমতুল্য। দেউতাকে এদিন ভিনীহিয়েকক মাত্তি পঠালত ভিনীহিয়েকে আহি ঘৰত কাকো নেপাই টেটোনক পাই বাপেক, মাক আৰু বায়েক ক'লৈ গ'ল বুলি সুধিলত পোনপটীয়াভাৱে উত্তৰ নিদি শ্লেষপূৰ্ণ কথাৰে ভিনীহিয়েকক তৰ্কত পৰাস্ত কৰি ওভতাই পঠায়। তাৰ ফলত টেটোনৰ খোৱা-বোৱাত সুবিধা হ'ল। দেউতাকে আহি পাই সুধিলত ভিনীহিয়েক অহা বুলি কৈ তাৰ ওপৰত অসন্তুষ্ট হৈ যোৱা কথাটো ক'লত দেউতাকে তাক ঘৰৰ পৰা উলিয়াই দিয়ে। বাটেৰে গৈ থাকোঁতে চোৰ এহাল পাই জীৱিকা নিৰ্বাহৰ কাৰণে সি তেওঁলোকৰ লগ ল'লৈ আৰু চোৰৰ লগত গৈ এদিন গৃহস্থৰ ঘৰত থকা ভগা ঢোল বজাই গৃহস্থক জগালে, ফলত সি হাতে হাতে ধৰা পৰিল। গৃহস্থই টেটোনক জৰিৰে বান্ধি লৈ হাজোতলৈ যাবলৈ ধৰোঁতে আন দুটি ঘটনাৰ লগত জড়িত হৈ পৰে। এজন হালোৱাৰ গৰু এটা মৰা আৰু পোহাৰী এজনীক গোৰ মৰা অপৰাধত ৰজাৰ ওচৰলৈ বিচাৰৰ বাবে যাব লগা হ'ল। বিচাৰ শেষ হ'ল আৰু গুচৰীয়াসকলৰ যুক্তি খণ্ডন কৰি ন্যায় সোধা ফুকনৰ বিচাৰত দোষমুক্ত হৈ মেঘমুক্ত শশধৰৰ দৰে উজ্জ্বল হৈ ওলাই আহে। শেষত ফুকনে নিজৰ কথাত বৰ্ন্দী হৈ এক লাখ এহেজাৰ এশ টকা ৰূপ ভৰিব লগা হয়। ৰাজসভাৰ পৰা ওলাই আহোঁতে ন্যায় সোধা ফুকনৰে কন্যা চম্পাৱতীৰ লগত হঠাৎ সাক্ষাৎ হয় আৰু ঘটনাৰ মেৰপাক লগাই চম্পাৱতীক লাভ কৰে। তাৰ পিছত ৰজাই তাক 'তামুলী খিতাপ দিয়ে আৰু ফুকনে চম্পাৱতী কন্যাক তাৰ লগত বিবাহ দিয়ে।

বেজবৰুৱাৰ দৰে গোহাঞিবৰুৱায়ো এই লৌকিক সাধুকথাটোক ভেটি কৰি লৈ টেটোন তামুলিক নাট্যৰূপত ৰূপায়িত কৰে। ইয়াৰ কাহিনীভাগ ভেলেই চুটি। সেই হিচাপে ৫টা অংকত বিভাজন কৰাত নাটকীয় মৰ্যাদা হ্ৰাস পাইছে। তাৰ উপৰি আজিকালিৰ নাটৰ দৰে দৃশ্য সজ্জাৰ ব্যৱস্থা নাইকিয়া। যি হওক চৰিত্ৰসমূহৰ মুখত দিয়া ফঁকৰা-যোজনা, সাঁথৰৰ সঘন প্ৰয়োগ আৰু নিভাঁজ অসমীয়া শব্দৰ প্ৰয়োগে নাটখন ৰমণীয় আৰু আকৰ্ষণীয় কৰি তুলিছে। এইবোৰৰ দ্বাৰা নাট্যকাৰৰ অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা গভীৰ প্ৰীতিৰ পৰিচয় পোৱা যায়। উদাহৰণ স্বৰূপে ধনাই আৰু টেটোনৰ কথোপকথনৰ এটি অংশ তুলি দিয়া হ'ল—

ধনাই—বাপেৰ ক'লৈ গ'ল?

টেটোন—এ ভিনীহি, আইও নাই। আই সাদিনীয়া পইতা খুৱাই মৰা জীয়াবলৈ গৈছে।

ধনাই—হেৰ, বায়েৰা নাই হ'বলা ঘৰত?

টেটোন—নাই, ভিনীহি, বাইটীও নাই ঘৰত। বাইটী সাগৰ চালি মাণিক তুলিবলৈ গৈছে।

এইবোৰ উক্তি একালে দ্ব্যৰ্থবোধক আৰু আনফালে শ্লেষপূৰ্ণ। কওঁতাই কয় এক অৰ্থত আৰু শুনোতাই বুজে আন অৰ্থত। এইবোৰেই হাস্যৰসৰ প্ৰধান সমল। ইয়াৰ দ্বাৰা বাক-চাতুৰ্যৰ চমৎকাৰিত্ব ফুটি উঠে। টেটোন তামুলিত গোহাঞিবৰুৱাই উপযুক্ত ভাব, ভাষা আৰু পৰিস্থিতিৰ সংমিশ্ৰণ ঘটাই সুন্দৰভাৱে দেখুৱাবলৈ সক্ষম হৈছে। সাধুকথাৰ ভিত্তিত ৰচনা কৰা নাট হ'লেও কাহিনীৰ নতুনত্বতকৈ চমৎকাৰিত্বই বেছি প্ৰাধান্য লাভ কৰিছে। সাধাৰণতে ধেমেলীয়া নাটত চৰিত্ৰাংকনত বেছি জোৰ দিয়া নহয়। কিন্তু টেটোন তামুলি চৰিত্ৰাংকনৰ পিনেও জোৰ দিয়া দেখা যায়।

আলোকিককতা আৰু অতি বাস্তৱতাৰ চিত্ৰ সৱল হাস্যৰসৰ উপাদান। টেটোন তামুলিয়ে চুৰ কৰিবলৈ গৈ ভগা ঢোলত চাপৰ মৰা, গৰুটো বাখিবলৈ কোৱাত মৰিয়াই বাখি থোৱা আৰু পোহাৰীয়ে কোৱামতে—"পইচাটো পেলাবি, কল আখি লবি, বুকুত গোৰ মাৰি গুচি যাবি"—বুলি কোৱাত সঁচা সঁচিকৈ গোৰ মৰা কাৰ্য লোকচক্ষুত অচল; তথাপি নাট্যকাৰে এনে অবাস্তৱ চিত্ৰৰ মাজেদি হাঁহিৰ সমল যোগান ধৰিছে। জোঁৱাই আৰু শহুৰেকৰ মাজত দৰৰা দৰৰি লগা কথাটোও বিশ্বাসযোগ্য নহয় (সেই সময়ত) যেন লাগে। সাধুকথা অঘাইটং চোৰ এটিৰ লগত ন্যায় সোধা ফুকনৰ কন্যা চম্পাৱতীৰ বিয়া হোৱাটোও অবাস্তৱ যেন লাগে। যি হওক নাট্যকাৰে চম্পাৱতীৰ চৰিত্ৰত কবিত্ব গুণ সম্পাদন কৰি ফুলনিৰ মাজত বিয়া নাম এফাঁকি গুণ গুণাই থকা দেখুৱাই ভবিষ্যত বিবাহৰ ইঙ্গিত দিছে। তাৰ ফলত ৰসগ্ৰাহী দৰ্শকে ৰসৰ সমল বিচাৰি পাব। নাটখনৰ শেষৰ ফালে শৃঙ্গাৰ ৰসৰ সঞ্চাৰ কৰা দেখা যায়। তাৰ ফলস্বৰূপে লঘু কমেডিয়ে গহীন নাটকৰ শাৰীলৈ উন্নীত হোৱাৰ আভাষ পোৱা যায়।

গোহাঞিবৰুৱাৰ আন দুখন নাটত এনে আভাষ পোৱা নেযায়। টেটোন তামুলি সাধুকথা হ'লেও ইয়াত নাটকীয় আবেদন নথকা নহয়।

গোহাঞিবৰুৱাৰ অন্যতম নাট 'ভূত নে ভ্ৰম' এখন পাঁচ অঙ্কীয়া সামাজিক ধেমেলীয়া নাট; ৰচিত হয় ১৯২৪ চনত। নাট্যকাৰে পাতনিত এনেদৰে উল্লেখ কৰিছে—

"অসমীয়া সমাজৰ বিশেষকৈ অশিক্ষিত গাঁৱলীয়া সমাজৰ মনৰ পৰা ভূত-বিশ্বাসমূলক যি কুসংস্কাৰ আছে, তাক গুচাবৰ মনেৰে সেই মূলৰ পৰা ওলোৱা গোটা চেৰেক ভ্ৰম-প্ৰমাদৰ পট আঁকি এখন নাট অসমীয়া নাট মন্দিৰত মেলাবৰ হাবিয়াস ভালেমান দিনৰ পৰা লেখকৰ মনত খেলাই আছিল—'ভূত নে ভ্ৰম' তাৰে ফল মাথোন।"

নাট্যকাৰে কৈছেই যে ইয়াত এটা ধাৰাবাহিক কাহিনী নাই, মাত্ৰ কেইটামান ভূতৰ পৰা ভ্ৰম হোৱা ঘটনাক লৈ নাটখন ৰচনা কৰিছে।

কুসংস্কাৰৰেৰে পৰিপূৰ্ণ গাঁৱলীয়া সমাজক ভূতৰ পৰা হোৱা ভ্ৰমৰ অন্ধবিশ্বাস আঁতৰাই কেনেকৈ এখন সংস্কাৰ সম্পন্ন সমাজ সৃষ্টি হ'ব পাৰে তাৰে আশাত এইখন নাট ৰচনা কৰিছে। সেয়ে এইখন নাটক উদ্দেশ্যধৰ্মী সামাজিক ধেমেলীয়া নাট বুলি অভিহিত কৰিব পাৰি। সংস্কাৰকামী মনোভাৱ জাগ্ৰত হোৱা বাবে নাটকীয় আবেদন বহু পৰিমাণে হ্ৰাস পাইছে।

অসমীয়া হালোৱা, জালোৱা, গুৱাল, গৰখীয়া, বেজ প্ৰভৃতি লোকসকলৰ মনৰ পৰা ভূতৰূপী ভ্ৰম আঁতৰাবলৈ কেইজনমান শিক্ষিত ডেকাই "সমাজ সংস্কাৰ সমিতি" গঠন কৰি একো একোজন সেই সমিতিৰ সভ্য হয়। তেওঁলোক হ'ল—ভূতনাথ বৰুৱা, এম্.এ.বি.এল, মুক্তিনাথ ফুকন বি.এ.বি.এল, ধৰ্মেশ্বৰ ৰাজখোৱা বি.এ.বি.ই, সোণেশ্বৰ স্বৰ্ণকাৰ বি.এ.বি.টি, মৌলবী ফজলুৰ ৰহমান এম.এ.এম.বি। যদিও তেওঁলোকে সংস্কাৰ সমিতিৰ সভ্য হৈছে, তথাপি তেওঁলোকৰ মনৰ পৰা অন্ধবিশ্বাস আৰু ভয় মাৰ যোৱা নাই। তেনেস্থলত আনক কেনেকৈ বুজাব। নাট্যকাৰে এই কেইজনৰ চৰিত্ৰৰ একো একোটি দিশ মাত্ৰ ফুটাই তুলিছে। ভূতনাথ বৰুৱা সংস্কাৰ সমিতিৰ সভাপতি, তেওঁ মাত্ৰ উপযুক্ত লোক। সংস্কাৰ কাৰ্য চলাই নিয়াত তেওঁ পিছপৰা বিধৰ লোক নহয়। সেই চৰিত্ৰটিৰ বাহিৰে বাকীকেইটি চৰিত্ৰৰ মাজেদি হাস্যৰসৰ উদ্ৰেক হোৱা দেখা যায়।

ধৰ্মেশ্বৰ ৰাজখোৱাই এদিন বন্দোবস্ত কৰি ৰাতি মৰিশালিলৈ গৈ খুঁটি এটা মাৰি অহা কথা আছিল। সেইমতে তেওঁ গৈ ভয়ত বিতত হৈ নিজৰ চুৰিয়াৰ আগত খুঁটিটো মাৰেগৈ। পিছে আহিব ধৰোঁতে চুৰিয়াত খুঁটি লগা কথাটো নেজানি ভূতে ধৰা বুলি চিঞৰি চুৰিয়াখন পেলাই লৰ মাৰে। এনে দৃশ্য দেখিলে হাঁহিৰ উদ্ৰেক হোৱাটো স্বাভাৱিক কথা। এইখিনিতেই নাটকীয় কাহিনীৰ চৰম পৰিণতি লাভ কৰে। পৰিশেষত ভূতনাথ বৰুৱাই কয়—"দেখিলা বন্ধুসকল! ভূত বিশ্বাসৰ কুফল, আমাৰ নিজৰ গাতে কেনেকৈ ফলিয়াইছে। ই আমাৰ বৰ্তমান উচ্চশিক্ষাৰ ভ্ৰান্তিবোৰ দেখুওৱা নাই, দেখুৱাইছে আমাৰ শিশু শিক্ষাৰ ভ্ৰম দোষ। সদায়তে ভূত নে ভ্ৰম নিবাৰকণ কৰাটোৱেই আমাৰ সমিতিৰ মহা ব্ৰত মানি শিৰত ল'লোহঁক। প্ৰতিজ্ঞা পালন, নাইবা শৰীৰ পতন। জয় সংস্কাৰ সমিতিৰ জয়।"

এই উক্তিটো ভূতনাথ বৰুৱা চৰিত্ৰৰ মুখেদি প্ৰকাশ কৰিছে যদিও আচলতে নাট্যকাৰৰ নিজৰ উক্তি যেন লাগে। গোহাঞি বৰুৱাই হয়তো গাঁৱলীয়া সমাজৰ মানুহৰ মনৰ অন্ধবিশ্বাস আৰু কু-সংস্কাৰবোৰ আঁতৰাই এখন সংস্কাৰপূৰ্ণ সমাজ গঠনৰ সপোন দেখিছিল। তাকেই নাটকৰ চৰিত্ৰৰ মাজেদি ফুটাই তুলিছে।

নাট্যকাৰে ফজলুৰ চৰিত্ৰৰ সংলাপত 'স'ৰ ঠাইত 'হ', উচ্চাৰণ কৰা দেখুৱাই এজন ব্যক্তিৰ ত্ৰুটিপূৰ্ণ উচ্চাৰণ দেখুৱাই জাতীয় চৰিত্ৰৰ বৈশিষ্ট্য ফুটাই তুলিছে। ইয়াৰ দ্বাৰাই হাস্যৰস সৃষ্টি হয় যদিও এইটো সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত দোষণীয় কথা।

কানিখোলাত বহা কেইজনমান কানীয়াৰ সংলাপৰ মাজেদিও হাস্যৰসৰ সৃষ্টি কৰিছে। উদাহৰণ স্বৰূপে তাৰে একাংশ তুলি দিয়া হ'ল—

"১ম কানীয়া—(ধোঁৱা এডোক গিলি) ঐচে, কিন্তু ঐচে ইমানেই কিন্তু অৰ।

৩য় কানীয়া—(টিকিৰা পুৰি নাকে-মুখে ধোঁৱা উলিয়াই) নহয় আলপতি অৰকৈ কাৰ লাগে। গিৰ অষ্ট ই দিছে কাৰলৈকে বুলি, পেট ৰবাই কাৰা।

৪ৰ্থ অংকত প্ৰথম পটত সন্ন্যাসী আৰু দুজন চেলাৰ মাজত হিন্দী মিহলি অসমীয়া কথাৰ ব্যৱহাৰ কৰি হাঁহিৰ উপকৰণ দাঙি ধৰা হৈছে।

১ম চেলা—(ভাং মলি) বেৰাজী, হামি ইস্কু মলি মলিকে একদম্ জহৰ বনাই দেগা। আপুনি দেখেগা।

সন্ন্যাসী—হাঁ আছেই ছে বানাও।

২য় চেলা—বেবা! আপুনি এক্কাৰ ৰাতি মৰিশালি মে কিয়া আস্তে হৰ্দম যাতাহে?"

উপৰিউক্ত চৰিত্ৰকেইটিৰ সংলাপত দিয়া শব্দৰ উচ্চাৰণৰ বিসংগতি দেখুৱাইও হাস্যৰসৰ অৱতাৰণা কৰা দেখা যায়।

'ভূত নে ভ্ৰম' নাটখন সাৰ্থক হোৱা নাই যেন লাগে। স্বয়ংসম্পূৰ্ণ কাহিনীৰ অভাৱত নাটকীয় ঘটনাই পৰিণতি লাভ কৰিব নোৱাৰে।

যি হওক গোহাঞি বৰুৱাদেৱে যি সময়ত এইবোৰ নাট ৰচনা কৰিছিল সেই সময়লৈ লক্ষ্য ৰাখি এইটো দৃঢ়তাৰে ক'ব পৰা যায় যে তেখেতৰ আটাইবোৰ নাটেই কম বেছি পৰিমাণে কৃতকাৰ্যতা লাভ কৰিছে। তেখেতৰ নাট্য প্ৰতিভাৰ স্বাক্ষৰ আন আন বুৰঞ্জীমূলক নাটকৰ ক্ষেত্ৰতো প্ৰযোজ্য।

.......................................................................................................

*(পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে লিখা আৰু ভৱানীপৰীয়া সাহিত্য চ'ৰাৰ সভাত পঠিত, ২৬/১১/৭১)*

# মফিজুদ্দিন আহমদ হাজৰিকাৰ 'জ্ঞান মালিনী' এটি আলোচনা

জোনাকী আন্দোলনৰ প্ৰভাৱৰ পৰা মুক্ত মফিজুদ্দিন আহমদ হাজৰিকাৰ জ্ঞান মালিনী এক অনবদ্য সৃষ্টি। জোনাকী যুগত যিসকল অসমীয়া ছাত্ৰই কলিকতা নগৰত থাকি অসমীয়া ভাষা-সাহিত্যৰ পুনঃপ্ৰতিষ্ঠা কৰিলে, তাৰ কেবছৰমান পিছতেই আহমদ হাজৰিকাই ডিব্ৰুগড়ত থাকি অকলশৰে জ্ঞান মালিনী ৰচনা কৰে। অসমীয়া কাব্য-সাহিত্যৰ নিচেই চালুকীয়া অৱস্থাতেই হাজৰিকাদেৱে বিশুদ্ধ অসমীয়াত অতি প্ৰাঞ্জল আৰু সহজ-সৰল ঘৰুৱা ভাষাৰে জ্ঞান-মালিনী কবিতাৰ পুথি লিখে। কম বয়সত লিখা এই পুথিখনে কবিৰ কল্পনা প্ৰৱন আৰু তত্ত্বান্বেষী মনৰ স্বাক্ষৰ বহন কৰা দেখা যায়। ইয়াত ধৰ্মভীৰু কবিৰ সকলো ধৰ্মৰ প্ৰতি থকা উদাৰতা আৰু মানৱতা আদি ভাব ফুটি উঠাৰ সম্যক পৰিচয় পোৱা যায়।

গ্ৰীচ দেশৰ কবি তুনিকচে জীৱনত মাত্ৰ এটি কবিতা লিখি অমৰ কবি হোৱাৰ দৰে অসমীয়া কবি আহমদ হাজৰিকায়ো মাথোন একেখন (প্ৰকাশিত) কবিতাৰ পুথি লিখিয়েই শ্ৰেষ্ঠ কবিসকলৰ ভিতৰত এজন বুলি দাবী কৰিব পাৰে।

জ্ঞান মালিনী ছটি দীঘল কবিতাৰ সমষ্টি। কবিতাকেইটা হ'ল—'বিশ্ব খনিকৰ', 'মৰিশালী খনি', 'মুনি চুনি বেলি' আৰু নব জীৱনৰ দুটি বাট, 'মই মতালি ভাবৰ ভেটি উছন', 'আত্মন' আৰু 'দিনকণা এই কবিতাকেইটি জ্ঞান মালিনী দেৱীয়ে প্ৰদান কৰা এনাজৰিৰে গঁথা মালাধাৰ একো একোটা তলসৰা আৰু এবা বোটলা ফুল বুলি পাতনিত (সমাজিকত) উল্লেখ কৰিছে। কবিয়ে পাতনিত উল্লেখ কৰা মতে জ্ঞান মালিনী হাফেজ নগৰৰ হাফেজ ফুলনিৰ জ্ঞান নামৰ মালিনী। প্ৰকৃতপক্ষে জ্ঞান মালিনী কবিৰ আধ্যাত্মিক শক্তি (জগত মোহিনী অপেশ্বৰী), যাৰ অনুপ্ৰেৰণাত কবিতাবোৰ লিখিবলৈ সমৰ্থবান হৈছিল। সি যি কি নহওক কবিতাবোৰৰ মাজেদি যিবোৰ দিশ ফুটি উঠিছে, তাৰে এটি আলোচনা দাঙি ধৰা হ'ল।

কবিতা পুথিখনিত এটি ধাৰাবাহিক গতি নাথাকিলেও বিভিন্ন সময়ত বিভিন্ন পৰিবেশত কবিচিত্ত যি জ্ঞানৰ অনুভূতিৰে ৰঞ্জিত হৈ উঠিছিল, তাকেই বিভিন্ন কবিতাত প্ৰকাশ কৰিছে।

ৰচনাৰ ফালৰ পৰা প্ৰথম নহ'লেও 'বিশ্বখনিকৰ' কবিতা পুথিখনিৰ প্ৰথম কবিতা। ৰহস্যবাদী কবিয়ে কৌতূহলী মনেৰে বিশ্বখনৰ স্ৰজোতা যে এজন আছে, তাকে দৃঢ়কণ্ঠে কৈছে—

"দেখা নাই যদিস্যাতো, আছে ত্ৰিলোকৰ
নিশ্চয় নিশ্চয় এটি বিশ্ব খনিকৰ।"

পোক-পৰুৱাৰে পৰা গজ-হস্তীলৈকে সকলো জড় আৰু চেতন প্ৰাণীসমূহকে একেজন খনিকৰে "আকাশৰ, পাতালৰ মাটি-বালি সাগৰৰ ভিনে ভিনে গতি গঢ় সকলোৰে লৰ" কৰি সৃষ্টি কৰিছে। বিশ্ব খনিকৰৰ সৃষ্টিত যেন ক'তো অকণো খতি খুণ নাই। তেওঁ পাপ-পুণ্য, ধান-ধন, ভুখিবলৈ আৰু সুখ-দুখ ফল ভোগ কৰিবলৈ একোখন দৈৱই লিখি (বিধিলিপি) দিছে আৰু সেই অনুসাৰে জীৱে ফলভোগ কৰে। কোনো জীৱে জন্ম আৰু মৃত্যুৰ কবলৰ পৰা নিষ্কৃতি পাব নোৱাৰে। এই বিশ্বখনিকৰে বাজিকৰৰ দৰেই জীৱবোৰক মায়া জৰিৰে আবদ্ধ কৰি নানা খেল (পীড়া, যাতনা), দেখুৱায়। তেওঁৰেই অতুলন দান 'জ্ঞান' আৰু 'বুদ্ধি'। কবি মনত কেতিয়াবা কেতিয়াবা প্ৰশ্ন হয়—

"কোনে সৰজিলে সেই খনিকৰ?
তেওঁৰে নো প্ৰভু কোন?
তেওঁৰ নো বিভু কোন?"

বুলি নিজেই প্ৰশ্ন কৰি নিজেই সেই প্ৰশ্নৰ সমিধানো দিছে—

"যিজনতে পৰে অন্ত, যিজনতে শেষ,
তেৱে সকলোৰে বৰ
তেৱে বিশ্ব খনিকৰ,
তেওঁৰেহে গঢ় নাই, নাই কোনো দেহ।
তেৱে সকলোৰে সাৰ,
নিৰঞ্জন নিৰাকাৰ,
তেওঁৰেহে দিহামতে ঘূৰে বেলি জোন।"

ভাৰতীয় আধ্যাত্মবাদৰ দ্বাৰা পুষ্ট কবি মনে ভাৰতীয় দৰ্শনিক চেৰ পেলাই চিন্তা কৰিব নোৱাৰে। মহাপুৰুষ মাধৱদেৱেও 'গীতাৰ নিৰ্ণয়'ত এইদৰে লিখিছে—

"মোত হন্তে হোৱে চৰাচৰ মোতেসে প্ৰবৰ্তে নিৰন্তৰ।"

বিশ্ব খনিকৰ কবিতাটোত গীতাৰ ধ্বনি-প্ৰতিধ্বনি অনুৰণিত হোৱা যেন লাগে।

কবিয়ে দেহক পঞ্চভূতী পোচাকৰ জেং-পিজা বুলি আৰু এই সংসাৰ-নাটৰ একো একোজন ভাৱৰীয়া বুলি কৈ এই সাজপাৰক কাল (যম) ৰূপ নিগনিয়ে কুটি ছিঙি খায় বুলি ক'ব খুজিছে। ইয়াৰ দ্বাৰাই মানুহৰ জীৱনৰ অনিত্যতা, অশাশ্বতাকেই বুজাব বিচাৰিছে।

মহাপুৰুষ শঙ্কৰদেৱে 'বেদস্তুতি'ত ভগৱানক এনেদৰে আখ্যা দিছে—

"নাহি দেহেন্দ্ৰিয় সমস্ত কৰ্তাৰ
শক্তিক ধৰা অকলে।
তুমিসি সৰ্ব্বজ্ঞ তুমি সৰ্ব্বকৰ্তা
তোমাক সেৱৈ সকলে।"
আৰু তুমি অন্তৰ্যামী সমস্ত লোকৰ
তুমি মহেশ্বৰ দেব।

ঠিক তেনেদৰে কবি আহমদ হাজৰিকায়ো বিশ্ব খনিকৰক তেনে আখ্যা দিব বিচাৰিছে—

"অন্তৰ্যামী সৰ্বজ্ঞান, বিশ্ব-আত্মা-প্ৰাণ
সৰ্ব্বব্যাপী সৰ্ব্বদৰ্শী' সৰ্ব্ব শক্তিমান।"

'মৰিশালীখনি' (ডিবৰু নৈৰ সিপাৰৰ) নামৰ কবিতাটোৰ মাজেদি এক বিষাদময় গহীন-গম্ভীৰ পৰিবেশ চিত্ৰিত কৰিছে। মৰিশালীখনত যেন নিৰাশা আৰু হতাশা সুৰৰ এটি আবহ সংগীত বাজি আছে। কবিয়ে কল্প-দৃষ্টিৰে দেখা পাইছে যেন আত্মাবোৰ মৰিশালীলৈ আহি দেহ-কঙ্কালে চাই চাই বাৰে বাৰে হুমুনিয়াহ কাঢ়িব লাগিছে—পূৰ্ব জন্মৰ কোনো ফলদায়ক কাম নকৰা বাবে আৰু শেষত আত্মাবোৰৰ অৱস্থা কি হ'ল—ক'ব বিচাৰিছে—

"সেই হুমুনিয়াহ যেন উৰ্দ্ধে উৰি উৰি,
পাকে পাকে বতাহত ফুৰি ঘূৰি ঘূৰি,
শেহান্তৰে শূন্যে মিলি শূন্যে মাৰ যায়;
শূন্য সৰগতো যেন সেই—হায়! হায়!

দেহ-কঙ্কাৰ পৰা ওলাই অহা দুই-এটি আশাই ইনাই বিনাই মানুহকেই যেন সকীয়নি দিছে—

"হেৰ দুৰ্বকপলীয়া নিস্থলীয়া নৰ।
নিজে মই মতলীয়া নিজে মই বৰ।
আজীৱনে ধৰি মোৰ আল পৰিচান
পালি পুহি এবে হায়! কৰ আওকাণ।
হায়! কিয় একে চাবে ঠেক ছিঙি মোক
দলনিত পেলা মেলি দিছ অত শোক?"

জীৱনকালত নানা লাহ-বিলাহত মত্ত থাকি নিজৰ কৰ্তব্য পাহৰি যোৱা কাৰণে এতিয়া মৰাশ কিছুমানে যেন বিকট আকাৰে ইঙ্গিতেৰে ক'ব বিচাৰিছে—

"আজি হায়! ফুৰিছ যে দপচাজি মাৰি

দুদিনীয়া পৃথিৱীত মূৰে ভৰি কাঢ়ি
কাইলৈকে দেখা পাম, আমাৰেহে দৰে
ধূলি মাকটিৰে মিল হ'বি শেহান্তৰে।"

এই দুদিনীয়া সংসাৰৰ কোনো বস্তুৱে জাউতিযুগীয়া নহয়, অস্থায়ী, অনিত্য। ধন, জন, পুত্র-পৰিবাৰ, জীৱন-যৌৱন ইত্যাদিয়ো ক্ষন্তেকীয়া। মহাপুৰুষ শংকৰদেৱেও বৰগীতত একে ধৰণে বৰ্ণনা কৰিছে—

"অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্র পৰিবাৰ সবহু অসাৰ
কৰব কাহেৰি সাৰ।"

কবি হাজৰিকায়ো এই কবিতাটোত আওপকীয়াভাৱে তাকেই ব্যক্ত কৰিছে—

"নেভাবিবি— নৰজীৱ অজৰ অমৰ।
নেভাবিবি— উঁৰ নাই ফিতাহি ভেমৰ।।
নেভাবিবি— ৰক্ষা পাম, ধনৰ বলত।
নেভাবিবি— কাম নাই, কোনো ধৰমত।
নেভাবিবি— লাভ নাই প্ৰভু মৰমত।।
নেভাবিবি— সিপুৰীত একো ভয় নাই।
দেখিলেহে কান্দিবিহি কৰি হায়! হায়।!!

জীৱনকালত সকলোৰে মৰ্যাদা সমান নহ'লেও মৃত্যুৰ পিছত একে অৱস্থা হয়—

ৰজা প্ৰজা সৰু বৰ বলী নিৰবল।
সকলোৰে হ'ব এই একেখনি থল।।

কবিৰ দৃঢ় বিশ্বাস আছে যে মানুহৰ কথাত লুকঢাক থাকিলেও ভগবানৰ (প্ৰভুৰ দিহাবিলাকত নাইকিয়া)—

যেনে সুখ দুখ আছে, আছে ৰাতি দিন;
উপজিলে মৰিবও লাগিব এদিন।

মানুহ এই সংসাৰ-হাটৰ আলহী স্বৰূপ, হাটৰুৱা। দুদিনৰ কাৰণে হাট বেহাবলৈ পৃথিৱীলৈ আহিছে। গতিকে থকা কাৰণে দুদিনতেই পৰমাৰ্থ ৰূপ-পুণ্য আৰ্জি ল'ব নোৱাৰিলে শুদাহাতে উভতি যাব লাগিব। সেয়ে কবি হাজৰিকাই মানৱক জ্ঞানগৰ্ভ উপদেশ দিব বিচাৰিছে—

অকথাতে নকটাবি, নিনিয়াবি জীণ,
বহুমূলী জীৱনৰ সেই কেইদিন।

নিজ বেহা বেপাৰত দে দে মন-প্ৰাণ;
কোনো লীলা ওমলাত নকৰিবি কাণ।

'মুনি চুনি বেলি' কবিতাৰ মাজেদি কবি হাজৰিকাই গধূলি সময়ৰ কিছুমান বাস্তৱ অথচ জীৱন্ত খণ্ডচিত্ৰ দাঙি ধৰিছে। বনগীতৰ সুৰত লিখা কবিতাটোৰ পংক্তিত সৌন্দৰ্যপিপাসু কবিমনৰ পৰিচয় পোৱা যায়—

গধূলি হইছে মলয়া বইছে
বেলিটি গইছে বুৰি;
সোণালী বৰণে পৰি হাৰি বনে
চমকে পৃথিৱী যুৰি।
ৰাঙলি ছবিটি বুকুৰে সাবটি
নাচিছে ডিবৰু নই;
জপনা জাপিছে ৰখীয়া চাপিছে
দমৰা দামুৰি লই।

এইদৰে গধূলি বেলিকা সকলোৱে নিজৰ নিজৰ কৰ্তব্য সমাপন কৰাৰ কিছুমান নিত্য নৈমিত্তিক বাস্তৱ চিত্ৰ মনোৰমকৈ বৰ্ণনা কৰিছে। আনকি জিলীয়েও একান্তমনে ভগৱানকেই প্ৰাৰ্থনা কৰা বুলি ক'ব বিচাৰিছে—

ঝি-ঈ-ঈ বুলিয়ে গাইছে জিলীয়ে
প্ৰভুৰে মহিমা গীত;
একান্ত মনেৰে অনন্ত জনৰে
বিচাৰি আপোনা হিত।

ঠিক সেই সময়তে ডিবৰু নৈৰ দাঁতিৰ চাহাবপটিত কিছুমান ডগুৰা ডেকাই আলিবাটত চালি ধৰি ঘূৰি ফুৰিছে—নিজৰ কৰ্তব্য পাহৰি। পয়াৰ ছন্দত লিখা কেইটামান স্তৱকত ডেকা ল'ৰাবোৰৰ মনৰ উলাহ, গোপনীয় কথা, হাঁহি-ধেমালি, ৰূপ-গুণ, বিদ্যা-বুদ্ধি, পিন্ধন-উৰণ, ভেম-ফিতাহিৰ এক উপাদেয় চিত্ৰ দাঙি ধৰিছে। কবিয়ে তেওঁলোকক সোঁৱৰাই দিব খুজিছে যে ডেকা কালৰ হাঁহি-ধেমালি, গীত-মাত সকলো দুদিনীয়া, খাই-বৈ ধিতিঙালি কৰি জীয়াই থাকিলেই নিজৰ কৰ্তব্য কৰা নহয়—

এই যে জীৱন-ফুল, পদুমৰ দৰে,
দেহাপুখুৰীত থাকে টল্ বল্ কৰে,
কাল পচোৱা যে আছি কৰে খান-বান,
ডেকাইতে সিকথাত দিছে আও কাণ।
খাই বই সুখে থকা ধৰমকে ধৰি
বেদ কোৰাণৰো কথা উপলুঙা কৰি

হেৰা! হেৰা! টপ টলৌ ডেকা ল'ৰাইঁত
অলপতে কিয় এনে হৈছা উধাৰত?

উপমা, ৰূপক আদি অলংকাৰৰ সঘন প্ৰয়োগে কবিতাটিত সৌন্দৰ্যৰ বহুন চৰাইছে। আকৌ টপ টলৌ আদি শব্দৰ ব্যৱহাৰে ডেকা ল'ৰাৰ প্ৰকৃত স্বৰূপ উদঙাই দিছে। লগতে ডেকা ল'ৰাইঁতৰ সন্মুখত দেখা দিয়া দুটি বাটৰ উল্লেখ প্ৰণিধানযোগ্য—

জীৱনৰ সোঁৱে বাৱে আছে দুটি বাট,
পৰিছাহি তোমালোক তাৰে দোমোজাত।।

প্ৰথমে সোঁবাটৰ বৰ্ণনা কৰিছে। এই বাটটি অতি দুৰ্গম আৰু বিপদসংকুল। যিকোনো মুহূৰ্ততে কালান্তক যমে আগত থিয় হ'ব পাৰে। কিন্তু এই বিপদ-বিঘিনি, ঘাত-প্ৰতিঘাত, আলৈ-আহুকাল আৰু ভয়াবহতাৰ মাজেৰে গৈ জীৱনত উত্তীৰ্ণ হ'ব পৰাতহে জীৱনৰ সাৰ্থকতা। এই সোঁ বাটৰ শেষত আছে—

"ইবোৰো পাছে মুৰকতে আছে
এটি জুইমূণি খাল।
তাতে এঢুখৰি সাঁকো আছে পৰি
পঁচা মদাৰৰ ঠাল।"

এই পঁচা মদাৰৰ ঠাল (সাকোঁ) পাৰ হ'ব পাৰিলেহে এক অমৰাপুৰীত উপনীত হ'ব পাৰিব।

তেতিয়া—

"নাই কোনো দুখ যেনি তেনি সুখ,
নাই আতৰণো ভয়;
মাথোঁ চাৰি পিনে ওৰে ৰাতি দিনে
শান্তিৰেহে বায়ু বয়।"

সীতাৰ অগ্নি পৰীক্ষাই সীতাৰ সতীত্বৰ জেউতি বঢ়োৱাৰ দৰে পুণ্যৰ বাটেদি খোজ কাঢ়িলেও নানা বিপদৰ সন্মুখীন হ'ব পাৰিলে পুণ্যৰূপ সুখ পোৱা যায়।

বাওঁবাট (পাপৰ) দেখাত সেন্দুৰীয়া, ধূলিবালি নোহোৱা, নিকা, ফৰকাল। সেই বাটৰ দুয়োপাৰে সুন্দৰ ফুলনিবাৰী, য'ত প্ৰকৃতিৰ বিবিধ ফুল ৰমক-জমককৈ ফুলি আছে—

"ফুলি আছে ফুল কেতেকী বকুল
বেলী, চম্পা, জবা, গুটী,
গুলচি, গুৱাল, গধূলি গোপাল
সেউতী, মালতী, যুতি।
কঠনা, কুহুম, পিৰিকা পদুম

গোলাপ মল্লিকা জাঁই,
ধতুৰা, কাঞ্চন আৰু কেএজন
নাই সীমা সংখ্যা নাই।"

প্ৰকৃতিৰ ফল-ফুল, গছ-গছনি, চৰাই-চিৰিকটিৰ বৰ্ণনাই কবিৰ কবিত্ব শক্তিৰ পৰিচয় দিয়ে আৰু ৰামায়ণ ৰচক মাধৱ কন্দলি নাইবা কীৰ্তন ঘোষা ৰচক শংকৰদেৱৰ প্ৰকৃতিৰ বৰ্ণনালৈ সতকাই মনত পেলাই দিয়ে। সুন্দৰৰ সাধক কবি আহমদ হাজৰিকাৰ সৌন্দৰ্যানুভূতিৰ মূৰ্ত বিকাশ ঘটিছে—এই কবিতাটিত।

কবিয়ে এই বাটটিৰ শেষৰ ফালে এখন টুমনি থকা বুলি কৈছে—য'ত পৰিলে সেই ছাঁই হ'ব লাগিব।

"এই বাটটো মাথোঁ—
মিছা জতাহৰ আৰু হেপাহৰ
আশা-কামনাৰ হাট;
দেখোৱেতেহে চুটি দৰাচলে ইটি
কৌটি যোজনৰ বাট।"

কবিয়ে দুয়োটা বাটৰ এটি তুলনামূলক আলোচনা দাঙি ধৰি—সোঁৱাটটো যে প্ৰশস্ত—তাকেই ক'ব বিচাৰিছে। তেওঁ ক'ব খুজিছে—

"নৱ জীৱনৰ এয়ে পৰীক্ষা প্ৰধান;
যাতে হয় আত্মাৰ ভাগ্য পৰিমাণ।"

কবিৰ মতে বিবাহ বান্ধোনটো সুখৰ নহয়—কাঁচি কাঠৰ ভোল বুলি ক'ব খুজিছে। কিয়নো বিবাহ পাশত আবদ্ধ হ'লে মানুহৰ হাঁহি-ধেমালিৰ ওৰ পৰে আৰু সংসাৰৰ জ্বালা যন্ত্ৰণাই মানুহক হাবু-ডুবু খুৱায়। ধনৰ ওপৰত তেতিয়া প্ৰাধান্য দিয়া হয়। মানুহৰ মন পুত্ৰ-ভাৰ্যা, ঘৰ-বাৰী, খাট-পাম, আয়-অলংকাৰলৈ বেছি আকৃষ্ট হয়। যি সময়ত বন্ধুৱেই আছিল সকলো, সেই বন্ধুৱেও সময়ত হয়গৈ পৰতকৈয়ো পৰ। মানুহৰ বন্ধুত্বও দুৰ্দিনীয়া বুলি কবিয়ে ক'ব খুজিছে। সেয়ে কবিয়ে আক্ষেপ কৰি কৈছে—

"তেনেহ'লে এনেমিলে আছে কিনো কাম,
যি মিলৰ, শেহতৰ এয়ে পৰিণাম।"

ডেকাকাল আৰু বুঢ়াকাল দুটা তুলনা কৰি মানুহৰ দৈহিক পৰিবৰ্তনৰ এক বাস্তৱ চিত্ৰ আমাৰ আগত দাঙি ধৰিছে।

ডেওবাৰ খৰি যেন কঠিৰ যে এনে জেন
নিটোপাল শৰীৰকো অতনুৰ বাঁশ,
এই সোণা বৰণৰ এনে ৰূপ গঢ়ণৰ

নেথাকিব ক'তো কেনি একণকো চিন।"

আৰু সেই বুকুখনি চাই ফুৰা আজি ফিন্দুৰাই
লেখিব যে পৰা হ'ব তাৰো কামীহাড়,
দিনে দিনে পমি গই জঁকাটিহে ৰ'বা গই,
সহিবই নোৱাৰিবা দেহাটিৰে ভাৰ।"

জগতখন যে স্বাৰ্থপৰ আৰু বুঢ়া বয়সত কেৱল মাথোঁ লাখুটি আৰু গাৰুহে লগৰীয়া হয়, তাকেই কবিয়ে ক'ব খুজিছে—

গাঁই গোটা জগতত সেই বয়সত
লগৰীয়া হয় মাথোঁ লাখুটি ও গাৰু।"

শেষত নাতিপুতিসকলৰ গলগ্ৰহ হৈ দিন নিয়াব লগাত পৰে। তেওঁলোকৰ বাবে—

"তনু আগ ধৰোঁতাই ক'ব আজকাল পাই
'এনে আপদীয়াবোৰ মৰিলেও ভাল।'"

বৰষুণতহে জাপি বিচৰাৰ দৰে মানুহেও ডেকাকালত পুণ্য অৰ্জন কৰি নলৈ বুঢ়াকালত (মৃত্যুৰ আগমুহূৰ্তত)—

'মহাধৰ্মী হওঁ, পাপখণ্ডি একেকালে' বুলি বিতত বিচুৰ্তি হয়। অনুশোচনাত অন্তৰ দগ্ধ হয়—

"হায় বিধি কি কৰিলো, লাভে মূলে হেৰুৱালো
এবে মই অধমক ক্ষমা কৰা বুলি।"

কবিয়ে জীয়াই থকা আৰু মৃত্যুৰ পিছৰ অৱস্থাৰ এটি তুলনা দাঙি ধৰি কৈছে—যি [illegible]টো আটোলটোল কৰি ৰখা হয় আৰু ল'ৰা-তিৰোতাৰ কাৰণে তেজক পানী কৰি ধন-বিত অৰ্জা হয়, সেই ল'ৰা-তিৰোতাই—

"মৰা মাতৰকে হায়! দিব বাজ কৰি!!"

জীয়াই থকা কালত নানা লাহ-বিলাহৰ কাপোৰ-কানি পিন্ধা হয়, কিন্তু মৃত্যুৰ পিছত মাথোঁ—'বগা ধক্-ধকীয়াকৈ এডুখৰি কানি'হে পিন্ধাই দিয়া হয়।

'আৱহুৱি জগতৰ এয়ে হৈছে ৰীত।'

মানুহৰ দেহৰ পৰা জীৱাত্মা ওলাই যোৱাৰ লগে লগে জীৱিত কালত কৃতকাৰ্যৰ ফল অনুযায়ী জীৱাত্মাই পাপ আৰু পুণ্য ফল ভোগ কৰিব। এই জীৱাত্মাৰ কৃতকাৰ্যৰ প্ৰায়শ্চিত্ত হ'বই।

'মইমতালি ভাবৰ ভেটি উছন—নামৰ কবিতাটিৰ আৰম্ভণিতে ল'ৰাকালত কৰিব মনত আকাশৰ তৰাবোৰ আছিল আনন্দ উৎসাহ যোগোৱা সমল—যিবোৰে প্ৰাণত

তুলিছিল এক অপাৰ্থিব হিল্লোল। সেই তৰাবোৰে যেন জিলমিলাই চকুৰ ঠাৰেৰে কবিক মাতিছে—

"অনন্ত আত্মাৰ অনন্ত যুঁজত
জিকাক নিছান তুলি,
মাতিছে আমাক অনন্ত বাটত
আগুৱা হ'বলৈ বুলি।"

আত্মা অনন্ত আৰু এই আত্মাবোৰে সীমাহীন জীৱন যুদ্ধত বিজয়ীৰ নিচান তুলি অনন্ত বাটেৰে আগবাঢ়ি যাবলৈ তৰাৰ জৰিয়তে মাতিছে।

কবি কল্পনাত উদ্ভাসিত হৈছে যেন গোটেই আকাশখন মুকুতা মণিৰ চাং আৰু সিয়ে যুবিলী দেৱালী যেন পোহৰাই তুলিছে।

কিন্তু বয়স বাঢ়ি অহাৰ লগে লগে সেই ভাব আৰু নাইকিয়া হ'ল; বিজ্ঞান জেউতিয়ে কবিৰ আগৰ অজ্ঞানতাৰ ঢাকনি গুচাই দিলে—

"এই যে দেখিছোঁ তৰাটিইতিক
একণি একণি হেন,
টিমিকি টিমিকি টিমিকি জ্বলিছে
চাকিও কান্তি হেন।"

কবিয়ে এতিয়া বুজি পালে যে যদিও তৰাক আমি তেনেই সৰু দেখো প্ৰকৃততে তেনে নহয়। দূৰত্বৰ কাৰণেহে সৰু যেন দেখি। এই তৰাবোৰ একো একোখনি পৃথিৱীৰ সমান আৰু শূন্যত ওলমি আছে আৰু নিজৰ নিজৰ জোনৰ সৈতে সূৰ্যৰ চৌপাশে অনন্ত সময়লৈ ঘূৰি থাকিব।

ৰহস্যবাদী কবিয়ে জানিবলৈ বিচাৰিছে—

"কি জানো কি এক মনিৰ নোৱাৰা
চৌচনী ক্ষমতি ধৰি;
ইটিয়ে সিটিক শূন্যতে ৰাখিছে
সুলকি নপৰা কৰি।"

পৃথিৱীত যেনেকৈ পৰ্বত-ভৈয়াম, গছ-গছনি আৰু নানাবিধ প্ৰাণী আছে—তাতো সেইবোৰ থকা বুলি কবিয়ে বিশ্বাস কৰে। কবিৰ দৃঢ় বিশ্বাস যে যিয়ে (প্ৰাণীয়ে) নিষ্কামধৰ্মী হ'ব পাৰে, তেৰেঁ শান্তি লাভ কৰি মুক্তি পাব পাৰে।

কবিয়ে ভাবে যে গোটেই বিশ্বৰ তুলনাত ভিৰকাৰ সাগৰৰ তুলনাত যেনেৰ দৰে আৰু টুমনিৰ তুলনাত এটি বালি চাহিৰ দৰে ক্ষুদ্ৰাতিক্ষুদ্ৰ। বিশ্বৰ প্ৰাণীসমূহৰ তুলনাত কবি হাজৰিকাই এটি সামান্য জীৱ বুলি ক'ব খুজিছে।

"ইয়াৰে মাজৰ তয়ো যে মফিজ!
সামান্য এটিহে জীৱ;
তেনেদৰে নিজক ডাঙৰ বিবেচি
ফিতাহি মাৰনো কিয়?"

কবিৰ যি অহঙ্কাৰ আছিল—এতিয়া নিৰাময় হ'ল। কবিয়ে এতিয়া উপলব্ধি কৰিব পাৰিছে—

"সমুদ্ৰ মাজত পোনাটি যেন হে
পৃথিৱী মাজত লেখি;
গোটেই বিশ্বৰ প্ৰাণীবো মাজত
তোক্ও তেনেহে দেখি।"

বেজবৰুৱাৰ 'বৰ আৰু সৰু' কবিতাতো তেনে ভাবৰ সমাবেশ হোৱা দেখা যায়—

"দুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ
ধূলিৰো তলৰে ধূলি।"

কবি হাজৰিকায়ো তেনেকুৱাকৈ ক'ব খুজিছে—

"তেনেকৈ তয়োতো বালিৰে নিচিনা
ইমান সৰু যে হায়!
তোৰ দৰে পৰাণি হ'লে বা নহ'লে
বিশ্বৰ একোকে নাই।"

তেনেকৈ কবি চন্দ্ৰধৰ বৰুৱা 'ধূলিকণা মই' নামৰ কবিতাতো একে আত্মলঘিমাৰ ভাব যুটি উঠা দেখা যায়----

"অনন্ত বিশ্বৰ এই অসংখ্য ধূলিৰ
এটি মাত্ৰ ধূলি কণা মই;
মোৰ অবিহনে এই বিপুল সৃষ্টিৰ
কেনিও অকণো হানি নাই।"

কবি হাজৰিকাৰ কবিতাটিৰ যোগেদি মহৎ গুণ প্ৰকাশ পাইছে।

'আত্মন' কবিতাটো এটি আধ্যাত্মবাদী কবিতা। কবিয়ে নিজৰ মনক ধিক্কাৰ দি জীয়াই থকা কালতে পৰমাৰ্থ ৰূপ ধান কৰলৈ মনকেই বুজনি দিছে। পাৰ্থিব ধানেই হওক বা ধনেই হওক—এইবোৰ খন্তেকীয়া মিছা। যিকোনো মুহূৰ্ততে গেলিপচি নাইবা বিনষ্ট হ'ব পাৰে। কিন্তু পৰমাৰ্থৰূপ শ্ৰেষ্ঠ জ্ঞান বা ভগৱৎ জ্ঞান লাভ কৰিব পাৰিলে এই ভৱ-সাগৰ অনায়াসে পাৰ হ'ব পাৰি।

এই কবিতাটোত মাধবদেৱৰ 'কিবিধি কৰো আলো মনাই' নামৰ বৰগীতৰ প্ৰভাৱ পৰা যেন লাগে।

মানুহে ইন্দ্ৰিয়বোৰক দমন কৰিব পাৰিলে কামনা-বাসনাৰ পৰা হাত সাৰিব পাৰি। তেতিয়াহে মায়াৰ কবলৰ পৰা মুক্ত হ'ব পৰা যায়। মানুহৰ জীৱন দুদিনীয়া, গতিকে অকাৰণে সময় নষ্ট নকৰি ধন-দৌলত, বিষয়-বাসনা আদিৰ পৰা আঁতৰ হৈ একমাত্ৰ পৰমাৰ্থ জ্ঞান লাভ কৰিব পাৰিলেহে মানৱ জীৱনৰ উদ্দেশ্য সফল হ'ব।

'দিনকণা' কবিতাত কবি হাজৰিকাই এই বিশ্ব সংসাৰখন এখন মায়াৰ বজাৰ আৰু মানুহক সেই বজাৰৰ একো একোজন হাটৰুৱা বুলি কল্পনা কৰিছে। কবিয়ে হাটৰুৱাসকলৰ ভিতৰত অকলশৰীয়া, সহায়হীন আৰু চকুৰে নমনা হাটৰুৱা বুলি ক'ব বিচাৰিছে। কবিয়ে সংসাৰৰ মায়া-মোহত আবদ্ধ হৈ চাৰিওফালে ধূৱলি-কুঁৱলি দেখিছে। বিষয়-বাসনাত অন্ধ হৈ লৰিব চৰিব নোৱৰা হৈছে। সেয়ে নগৰ হাটৰুৱাসকলক কাকুতি-মিনতি কৰিছে যাতে এই মায়া কবলৰ পৰা তেওঁলোকে তেওঁক আঁতৰাই লৈ যায়। কবিৰ একমাত্ৰ সম্বল হৈছে—হাতৰ লাখুটিডাল। কবিৰ কাৰণে যেন সি যথেষ্ট নহয়। গতিকে হাটৰুৱাসকলৰ পৰা এধানি পোহৰ পালে তেওঁৰ হিয়া আনন্দত নাচি উঠিব।

তেওঁ মাত্ৰ বিচাৰে—

"এটুপি চকুৰ লো,
এখনি কোমল হিয়া
এফেৰি 'আয়ে দেহি'।
আৰু এটি হুমুনিয়া;"

এইখিনি পালেই কবিৰ হিয়াৰ শোকৰ নিবৃত্তি ঘটিব।

তদুপৰি সংসাৰৰ বাটটো সেন্দুৰীয়া নহয়; ই কাঁইটীয়া আৰু খলাবমা। যিকোনো মুহূৰ্তত বিপদৰ সন্মুখীন হ'ব পৰাৰ সম্ভাৱনা। মায়াৰূপ অন্ধকাৰে ইয়াক আচ্ছন্ন কৰি ৰাখিছে। কেনিও ওলাই যোৱাৰ পথ নাই। তাৰ উপৰি সুখ-দুখৰ মেটমৰা বোজাৰে কবিয়ে (হাটৰুৱা) বিপদসঙ্কুল পথ অতিক্ৰম কৰি যাওঁতে নানা বিপদত উজুটি খাব লগা হৈছে। কবিৰ অনুশোচনা হৈছে—

'হায়! আগে জনা হ'লে,
আজি এনে দশা কিয়?'

কবিয়ে মায়া বজাৰলৈ আহি বজাৰৰ বেহৰূপ চাই থাকোঁতেই সময় অতিবাহিত হ'ল। যি উদ্দেশ্যে বজাৰলৈ আহিছিল, সেই সমলবোৰ (চাকি, তেল, শলিতা) গোটোৱা নহ'লেই। ইতিমধ্যে এন্ধাৰৰূপ বাৰ্দ্ধক্যই চতুৰ্দিশে ঘেৰি পেলাইছে। কেনিও ওলাই যাবলৈ পথ বিচাৰি পোৱা নাই। কবিয়ে এতিয়া বিপাঙত পৰিছে। যেনি যায়, সেইফালে পায়—ঘৃণা, লাঞ্চনা আৰু মাৰ-কিল। মানুহৰ পৰা কোনো ধৰণৰ সহায় নেপাই শেষত ভগৱানকেই খাটিছে—

"এবে তোমাকে হে খাটো
হে 'প্ৰভু! দয়াময়!'
আজি মহা বিপদত,
বিতত্ বিচুৰ্তি মই;"

ভগৱানেই একমাত্ৰ বিপদৰ বন্ধু! অগতিৰ গতি। তেওঁ এই ঘোৰ বিপদৰ পৰা ত্ৰাণ নকৰিলে আন কোনেও নকৰে। সেয়ে কবিয়ে অতি কাতৰে নিবেদন কৰিছে—

"অগতিৰ গতি তুমি
অনাথৰ নাথ শুনো;
তেন্তে ই বিলই মোৰ,
চাই আছা কেনেকৈ নো?"

আধুনিক যুগৰ অসমীয়া সাহিত্যৰ চালুকীয়া কালত ৰচনা কৰা 'জ্ঞান মালিনী' কবিতাৰ পুথিখন অসমীয়া কাব্য-ফুলনিৰ এপাহি সুগন্ধী ফুল—যি কোনো দিনে লেৰেলি নাযায়। তদানীন্তন সময়ত ৰচনা কৰা কবিতাকেইটিত পুৰণিকলীয়া শব্দ, যোজনা-পটন্তৰ ভাষা, উপমা, ৰূপক আদিৰ প্ৰয়োগ পুথিখনৰ মন কৰিবলগীয়া বিশেষত্ব। কোনো কোনো শব্দৰ অৰ্থ উলিওৱাত উজুটি খাব লগা হ'লেও বুজাত অসুবিধাৰ সৃষ্টি নহয়। কবিতাকেইটিত কবিৰ সহজ-সৰল মন আৰু অন্তৰ আৰু আধ্যাত্মিক চিন্তা-চেতনাৰ সম্যক প্ৰকাশ ঘটা দেখা যায়। এই সংসাৰত জ্বলা-কলা হোৱা সকলো লোকে 'জ্ঞান-মালিনী'ৰ পথ অনুসৰণ কৰিলে প্ৰকৃত পথৰ সন্ধান পাব পাৰে।

পুথিখনিৰ ওপৰত বেজবৰুৱাদেৱে কৰা মন্তব্য প্ৰণিধানযোগ্য---

"ভাব ওখ, ভাষা ললিত আৰু তাক প্ৰকাশ কৰিবৰ গঢ় অতি সুৱলা।"

'জ্ঞান-মালিনী'ৰ উপৰিয়ো 'মালিনীৰ বীণ' আৰু 'তত্ত্ব পাৰিজাত' নামৰ আন দুখন অপ্ৰকাশিত পুথি থকা বুলি শুনিবলৈ পোৱা যায়।

---

*মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে জৰুলীপৰীয়া সাহিত্য চৰাই আয়োজন কৰা সভাত পঠিত (৩০.৮'৭০ তাৰিখে)।*

# অসমীয়া জাতীয় ঐতিহ্যৰ আঁত বিচাৰি

অসমীয়া জাতীয় ঐতিহ্য কমদিনীয়া নহয়, বৰং জাউতীযুগীয়া। বুৰঞ্জীয়ে চুকি পোৱাৰ আগৰে পৰা অসমীয়া জাতীয় ঐতিহ্য গঢ় লৈ আহিছে। ই আজিকোপতি নিৰৱচ্ছিন্নভাৱে প্ৰবাহমান। কালৰ মোচৰত মোট সলালেও ইয়াৰ চিৰন্তনীয়া ঐতিহ্য ম্লান পৰা নাই। অসমীয়া জাতীয় জীৱনলৈ কিমান যে ঢৌ ধুমুহা আহিল কিমান যে, দুৰ্যোগ আহি জাতীয় জীৱন বিপন্ন কৰিলে তাৰ ইয়ত্তা নাই, তথাপি ই কোনোমতে স্বকীয়তা বজাই ৰাখিছে; কিন্তু আৰু কিমান দিনলৈ? এক ঘনীভূত অন্ধকাৰ অসমীয়া জাতীয় জীৱনলৈ নামি আহিছে। ইমান দিনে কঢ়িয়াই অনা অসমীয়া জাতীয় জীৱন আজি অচেতন প্ৰায়—ধৰাশায়ী। আজি ৰঙালী বিহুৰ বতৰত ককালত টঙালী বান্ধি বিচাৰ বিশ্লেষণ কৰি জাতীয় জীৱনৰ প্ৰাণ সঞ্চাৰিত কৰাৰ সময় আহি পৰিছে।

অসমীয়া জাতিৰ ঐতিহ্য অতি মহান। সুদূৰ অতীত কালৰে পৰা অসমলৈ নিৰৱচ্ছিন্নভাৱে এটিৰ পিছত এটি গোষ্ঠী আহি সংমিশ্ৰিত হৈ এক অপূৰ্ব কৃষ্টি-সংস্কৃতি-সভ্যতা সৃষ্টি কৰিছে। অসমৰ ভৌগোলিক অৱস্থিতি আৰু ইয়াৰ নাতিশীতোষ্ণ জলবায়ুৱে দূৰ অতীত কালৰে পৰা প্ৰাচ্য আৰু পাশ্চাত্যৰ বিভিন্ন গোষ্ঠীৰ লোকক হাত বাউল দিছিল, যাৰ ফলত সুদূৰ প্ৰাচ্য অৰ্থাৎ চীন, দক্ষিণ-পূব এচিয়াৰ পৰা বিভিন্ন সময়ত বিভিন্ন জনস্ৰোত, পূবে অসম-ব্ৰহ্ম পথেদি অৰ্থাৎ মণিপুৰ আৰু উত্তৰ-পূবে থকা পাটকাই পৰ্বতেদি, উত্তৰে ভূটান, তিব্বত, নেপাল পথেদি, দক্ষিণে বঙ্গোপ সাগৰেদি আৰু পশ্চিমে সমভূমি অঞ্চলেদি আহি ব্ৰহ্মপুত্ৰ উপত্যকা আৰু ইয়াৰ দুয়োপাৰে পৰ্বতত থকা ভূখণ্ড উপচি পৰিছিল। এনে এক সময় আছিল, যি সময়ত প্ৰাচীন অসমত (বৰ্তমানে খণ্ডবিভক্ত হোৱা) মণিপুৰ, নাগালেণ্ড, ত্ৰিপুৰা, মিজোৰাম, অৰুণাচল, মেঘালয় আৰু অসমত বাস কৰা অষ্ট্ৰিক (মেঘালয়ত বাস কৰা খাচিয়া জয়ন্তীয়া), চাওতাল-মুণ্ডাৰী প্ৰভৃতি, তিব্বোতো বৰ্মীয় বা মঙ্গোলীয় (বড়ো, কছাৰী, লালুং, ডিমাছা, মেছ, ৰাভা, কোচ, গাৰো, দেউৰী, চুটীয়া, মণিপুৰী, নগা, লুচাই, অকা, ডফলা, মিৰি, আবৰ, মিছিং, আহোম ইত্যাদি) আৰু ককেচীয়া (আৰ্য) লোকসকলে নিজকে অসমীয়া বুলি পৰিচয় দি গৌৰৱবোধ কৰিছিল। কিন্তু কালৰ ক্ৰূৰ গতিত সেই পুৰণি কলীয়া অসমীয়া ঐতিহ্যৰ আঁত হেৰাই যাবৰ উপক্ৰম হ'ল। ইতিহাসে বিভিয়াই কৈ থকা মহান অসমীয়া জাতি আজি দেশী-বিদেশী কু-চক্ৰী, স্বাৰ্থান্বেষীসকলৰ কবলত পৰি খান-বান হ'ল। হায়! বিধিৰ কি বিড়ম্বনা! নিয়তিৰ কি

অট্টহাস্য।। মহান অসমীয়া জাতিটোৰ অতীতৰ শৌৰ্য-বীৰ্য, সাহসিকতা, স্বদেশ প্ৰেম, উদাৰতা আদি গুণবোৰ নাইকিয়া হ'ল; তাৰ ঠাইত দুৰ্বলতা ভীতিবিহ্বলতা, ব্যক্তিকেন্দ্ৰিকতা, হীনমন্যতা, স্বাৰ্থপৰতা আদি বেয়া গুণবোৰে তেওঁলোকৰ মন আচ্ছন্ন কৰি পেলালে। তাৰ ফলস্বৰূপে দেশী-বিদেশী কু-চক্ৰান্তকাৰী, শোষণকাৰীসকলে তেওঁলোকৰ ন্যস্ত স্বাৰ্থ চৰিতাৰ্থ কৰাত ভাবিব নোৱৰাকৈ সফল কাম হৈছে। থলুৱা অসমীয়া আজি নিজৰ ঘৰতেই আলহী হ'ব লগা হৈছে।

অসমৰ অতীত ইতিহাস মহিমান্বিত। অতীত অসমৰ প্ৰতিজন শিক্ষিত লোকে বুৰঞ্জী অধ্যয়ন কৰাটো পবিত্ৰ কৰ্তব্য বুলি ভাবিছিল; কিন্তু আজিৰ অসমীয়া শিক্ষিতসকলৰ মুষ্টিমেয় কেইজনমানেহে প্ৰকৃততে বুৰঞ্জী অধ্যয়ন কৰে। স্বাধীনোত্তৰ কালৰ অসমৰ বহু ৰাজনীতিকৰে বুৰঞ্জীৰ জ্ঞান সীমিত আছিল, যাৰ ফলত অসমবাসী আজি দেশী-বিদেশী শাসক গোষ্ঠীৰ দ্বাৰা বিভিন্ন প্ৰকাৰে শোষিত হ'ব লগা হ'ল আৰু সুবিশাল অসম, খণ্ড খণ্ড ৰাজ্যত পৰিণত হৈ বহিৰাগতসকলৰ উপনিবেশলৈ পৰ্যবসিত হ'বৰ উপক্ৰম হ'ল। ই সঁচাকৈ অসমীয়া জাতিৰ কাৰণে চৰম দুৰ্ভাগ্যৰ পৰিচায়ক। আনহাতে সৰ্বভাৰতীয়, আন্তৰ্জাতিক ভাবত গোঙাটোপ হৈ থকা ৰাজনৈতিকসকলে হেৰাই যাব খোজা অসমীয়া জাতীয় জীৱনলৈ পিঠি দি আপোন সুখত নিমগ্ন হৈ আছে। ব্যাধিগ্ৰস্ত, মুমূৰ্ষু অসমীয়া জাতিটোৰ ৰোগ নিৰাময় কৰিবলৈ নিৰ্বিচাৰি অকৃতজ্ঞৰ ভূমিকা লৈ আছে। ইতিহাসে কিন্তু তেওঁলোকক ক্ষমা নকৰিব।

অসমৰ ভৌগোলিক পৰিবেশে অসমবাসীক সদায় অনৈক্যত ঐক্য, অসমতাত, সমতা, অসংহতিত সংহতি স্থাপন কৰিবলৈ উদগনি দি আহিছে। অসমভূমিত যেনেকৈ আছে অত্যুচ্চ পৰ্বতমালা, মালভূমি, সমভূমি, নদ-নদী, জান-নিজৰা, খাল-বিল আছে তেনেকৈয়ে আছে নানা জাতি, উপজাতিৰ নানা ধৰ্মী হিন্দু, মুছলমান, বৌদ্ধ, জৈন, খ্ৰীষ্টিয়ানৰ সম্প্ৰীতিৰ এনাজৰী। কোনো কালে ধৰ্মক লৈ সংঘৰ্ষ হোৱাৰ কোনো দৃষ্টান্ত অসমভূমিত নাই। কামৰূপ জিলাৰ হাজোত হিন্দু, বৌদ্ধ আৰু ইছলাম ধৰ্মৰ পবিত্ৰ তীৰ্থস্থান বিৰাজমান। এই অসমতেই মহাপুৰুষ শঙ্কৰদেৱে পবিত্ৰ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি চান্দসায়ৰ নিচিনা ধৰ্মপৰায়ণ মুছলমানক বৈষ্ণৱ ভাবাপন্ন কৰিব পৰা কাৰ্যত দুয়োটা ধৰ্মৰ উদাৰতাৰেই প্ৰকাশ কৰিছে। অসমত থকা বৈষ্ণৱ, শাক্ত আৰু শৈৱ ধৰ্মৰ মাজতো কোনো দিনে কোনো ধৰণৰ বিভেদৰ সৃষ্টি হোৱা নাই। ইতিহাসে চুকি নোপোৱা দিনৰে পৰা এনে মহান আদৰ্শৰ শিকনি প্ৰকৃতিৰ পৰাও অসমবাসীয়ে পাই আহিছে। অসমৰ নাতিশীতোষ্ণ জলবায়ুৱে অসমবাসীক কষ্ট-সহিষ্ণু, স্বাধীন-চেতীয়া হ'বলৈ অৰিহণা যোগাইছে।

বিচিত্ৰ বৰণৰ লাহী পাখিৰ পখিলাৰ গাত অপৰূপ সৌন্দৰ্যৰ উপাদান নিহিত থকাৰ দৰে অসমীয়া সংস্কৃতিৰ প্ৰতীক বিহুতো হাজাৰ হাজাৰ বছৰে বিভিন্ন জনগোষ্ঠীয়ে বাৰে বৰণীয়া সাংস্কৃতিক উপাদানসমূহ দি গৈছে। অসমত প্ৰচলিত তিনিওটা বিহু অসমৰ কৃষিজীৱী জনগোষ্ঠীৰ লোকবিশ্বাস, লোকাচাৰ আৰু চাৰু-কলা (গীত-নৃত্য-বাদ্য) বিভিন্ন সাংস্কৃতিক সম্পদৰ সমন্বয়ত গঢ়ি উঠিছে। বিহুক ঋতু উৎসব বুলিও ক'ব পৰা যায়। কোন

আদিম যুগত, কোন আদিম জাতিয়ে কেনেদৰে এই ঋতু উৎসৱ পাতিছিল তাক আজি জনাৰ উপায় নাই। বৰ্তমান যান্ত্ৰিক তথা শিল্প উদ্যোগৰ যুগত কৃষিজীৱী লোকবো কিছু পৰিমাণে ৰুচিৰ পৰিবৰ্তন হোৱা লক্ষ্য কৰা যায়। ফলত বিহু উৎসৱো ক্ৰমে মোট সলাই আহি আছে। সি যি কি নহওক কৃষি কৰ্মত প্ৰবৃত্ত হোৱাৰ আগমুহূৰ্তত, কৃষি-কৰ্ম সমাপন কৰাৰ পিছত আৰু কৃষি উৎপাদন চপাই আনি ভোগ কৰাৰ সময়ত অসমত তিনিটা বিহু উৎসৱ প্ৰকৃতিৰ তিনিটা অৱস্থাত উলহ-মালহেৰে পতা হয়। এই তিনি ৰঙালী, কঙালী আৰু ভোগালী বিহুতেই অসমীয়া জাতীয় জীৱনৰ চাল-চলন, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, চিন্তা-চৰ্চা,কলা-কৃষ্টিৰ নিদৰ্শন ফুটি উঠে।

নৃতত্ত্ববিদসকলে ক'ব খোজে যে অসমৰ সৰ্বপ্ৰাচীন আদিমবাসীসকল হ'ল অষ্ট্ৰলয়ড বা অষ্ট্ৰিক আৰু আদি দ্ৰাবিড় গোষ্ঠীৰ লোকসকল। ভূমধ্য সাগৰীয় লোকসকলৰ ভাগ এটাই পূব-ভাৰতৰ নদী উপত্যকাত অষ্ট্ৰলয়ডসকলৰ লগত মিহলি হৈ তেওঁলোক অসুৰ নামে জনাজাত হৈছিল। এই দুয়োটা গোষ্ঠীৰ সংমিশ্ৰণত গঢ়ি উঠা কৃষি-সংস্কৃতিত প্ৰকৃতি পূজাৰ প্ৰচলন আছিল বুলি বহুতো পণ্ডিতে মত প্ৰকাশ কৰিছে। ঋতু উৎসৱ বা উৰ্বৰতা বৃদ্ধিৰ লগত জড়িত বিশ্বাস (Fertility Cult) আৰু সৰ্প পূজাৰ নিয়ম এওঁলোকৰ পৰাই উদ্ভৱ হোৱা বুলি পণ্ডিতসকলে ক'ব খোজে। চাওতাল আৰু মুণ্ডাৰীসকল এওঁলোকৰ বংশধৰ। অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰত এই কোল, চাওতাল, মুণ্ডা জাতিৰ আওপকীয়া প্ৰভাব প্ৰণিধানযোগ্য।

অষ্ট্ৰিক ভাষীসকলে খৃঃপূঃ ২০০০ বছৰ আগতে ইয়াং চিকিয়াং আৰু হোৱাং হো নদীৰ পাৰৰ পৰা দক্ষিণ চীন, ব্ৰহ্ম, ইন্দোচীন আৰু অসম পাইছিল। বৰ্তমান পৰ্বত অঞ্চলত বাস কৰা খাচীয়া আৰু জয়ন্তীয়া লোকসকলেই হ'ল অষ্ট্ৰিক ভাষী। অসমীয়া ভাষাত পাহাৰ, টিং, টিলা, মৈদাম, টিপ আদি শব্দবোৰ অষ্ট্ৰিক ভাষাৰ। ইয়াৰ উপৰিও প্ৰাগজ্যোতিষ হাবাপেশ্বৰ, তেজপুৰ আদি ঠাইৰ নামবোৰ মূল অষ্ট্ৰিক ভাষাৰ লগত জড়িত বুলি পণ্ডিতসকলে ক'ব খোজে। ব্ৰহ্মপুত্ৰৰ অন্য নাম 'লুইত' অষ্ট্ৰিক 'লাও-তু'ৰ পৰা আহিছে। ইয়াৰ উপৰি অসমৰ নদী আৰু ঠাই বুজোৱা তিহু, তিপাম, তিয়ক, দিহং, দিবং, টিৰাপ আদি শব্দ অষ্ট্ৰিকৰ দান।

অসম আৰু বঙ্গদেশত ব্যৱহাৰ হোৱা 'পোণ' 'গণ্ডা' আৰু 'কুৰি' হিচাপে গণনা কৰাৰ পদ্ধতি অষ্ট্ৰিকৰ পৰা অহা। অষ্ট্ৰিকসকলে প্ৰথমে লাও, বেঙেনা, কেৰেলা আৰু হালধিৰ খেতি কৰিছিল। চ'তৰ দোমাহীৰ সময়ত গৰুৰ গাত তেল-হালধি ঘঁহি গা ধুৱাই দি, লাও-বেঙেনাৰ মালা পিন্ধাই, মাখিয়তী আৰু দীঘলতীৰে কোবালে গৰুৰ বেমাৰ নহয় আৰু সোনকালে ডাঙৰ-দীঘল হোৱাৰ বিশ্বাস অসমীয়া মানুহে এতিয়াও কৰি আছে। তেওঁলোকে সৰিয়হ আৰু কপাহ খেতিও কৰিছিল। সৰিয়হৰ পৰা তেল আৰু কপাহৰ পৰা সূতা কাটি কাপোৰ বৈছিল। পাট আৰু মুগা কাপোৰৰ ব্যৱহাৰ আৰু তাৰ পৰাই বোৱা কাপোৰ আজিও অসমীয়া গাভৰু আৰু তিৰোতাৰ বৰ লাহৰ বস্তু হৈ আছে।

অষ্ট্রিক ভাষীসকলৰ মাজত তামোলৰ প্ৰচলন খুব বেছি। তেওঁলোকৰ পৰাই অসমীয়া সমাজত বিয়া-বাৰু, পূজা-পাৰ্বন, মৃত্যুদি আদিত তামোল-পাণৰ ব্যৱহাৰ হোৱা বুলি ভাবিব পাৰি। বন্ধুত্ব আৰু প্ৰেম-প্ৰীতিও তামোল-পাণৰ মাজেদি গঢ়ি উঠা দেখা যায়। বিহু গীতত তামোল-পাণৰ উল্লেখ মন কৰিবলগীয়া। চ'ত মাহৰ বিহুত কড়ি খেলা, লাটুম খেলা আৰু ধোপ খেলা নিয়ম অষ্ট্ৰিকৰ পৰা পোৱা। অসমীয়া সমাজত সম্বন্ধ বুজোৱা ককাই, ভাই, আই, আতা, আবু ইত্যাদি শব্দসমূহ অষ্ট্ৰিক ভাষাৰ প্ৰভাৱৰ ফল। পুৰুষ আৰু নাৰীৰ গুপ্তাঙ্গ বুজোৱা শব্দসমূহো অষ্ট্ৰিকৰ। অষ্ট্ৰিকসকলেই প্ৰথমে হাতী, মেখোন, গাহৰি আদি পশুবিলাকক পোহ মনায়। অসমীয়া ভাষা, কৃষ্টি সংস্কৃতি সভ্যতাত অষ্ট্ৰিকসকলৰ দান উল্লেখযোগ্য।

অষ্ট্ৰিকসকলৰ পিছত অসমভূমিলৈ অহা আন এটি গোষ্ঠী হ'ল তিব্বত-বৰ্মী বা মঙ্গোলীয়া লোকসকল। তেওঁলোকে চীন দেশৰ দক্ষিণ অংশৰ পৰা ব্ৰহ্মপুত্ৰ, ইৰাৱতী, চাল্যুইন, মেকং আদি নদীয়েদি অসম, ব্ৰহ্মদেশ, ইন্দোচীন আদি দেশত বিয়পি পৰে। প্ৰাচীন অসমৰ পৰ্বত অঞ্চলত বাস কৰি থকা আপাতনি, ডফলা, আবৰ, মিৰি, বড়ো, কছাৰী, কোচ, লালুং, ডিমাছা, চুটীয়া, মৰাণ, বৰাহী আদিও এই গোষ্ঠীৰ অন্তৰ্গত। এওঁলোকে নদীৰ পাৰতেই বাস কৰিছিল। বড়ো 'দি' শব্দেৰে গঠিত অসমৰ নদী আৰু স্থানবাচক শব্দসমূহ হ'ল—দিখৌ, দিচাং, দিহিং, ভোগদৈ, মঙ্গলদৈ ইত্যাদি।

অসমৰ বাহিৰে অন্যান্য ৰাজ্য কিছুমানৰ উচ্চ শ্ৰেণীৰ হিন্দু সমাজত মাছ-মাংস খোৱা নিষেধ। কিন্তু অসমত উচ্চ হিন্দু সম্প্ৰদায়ৰ মাজতো মাছ মাংস খোৱাৰ প্ৰচলন নথকা নহয়; আনকি মহাপুৰুষ শঙ্কৰদেৱে আৰু মাধৱদেৱে স্থাপন কৰা সত্ৰসমূহলৈ লক্ষ্য কৰিলে দেখা যায় যে সেইবোৰ হয় নদীৰ পাৰত, নহয় বিলৰ পাৰত। অসমৰ জলবায়ুৰ লগত সংগতি ৰাখি বোধহয় মহাপুৰুষদ্বয়ে অসমীয়া বৈষ্ণৱ সমাজত (বিশেষকৈ) মাছ খোৱাটো নিষেধ কৰা নাছিল। বড়োসকলে দল বান্ধি মাছ ধৰি মাছ খাইছিল। আৰ্য হিন্দু অসমীয়াসকলে এওঁলোকৰ পৰাই মাছখোৱা অভ্যাস কৰে বুলি ভাবিবলৈ স্থল নথকা নহয়।

ভৈয়াম অঞ্চলত মাঘ বিহুৰ হাৰলি বা ভেলাঘৰ আদিত উৰুকাৰ দিনা দল বান্ধি ভোজ-ভাত খোৱাৰ নিয়মটো হয়তো বড়োসকলৰ ডেকাচাঙৰ স্মৃতিৰ লগত জড়িত থাকিব পাৰে।

অসমীয়া সমাজত তিৰোতাক দিয়া মৰ্যাদা তিব্বতবৰ্মীৰ যেন লাগে। ধনী, দুখীয়া সকলো পৰিয়ালৰ তিৰোতাই পথাৰত ধান বোৱা, ধান কটা, বন্ধা-বঢ়া কৰা প্ৰথাটো বড়োসকলৰ প্ৰভাৱ। অসমীয়া তিৰোতাই মেখেলা, ৰিহা আৰু চাদৰ পৰিধান কৰা অভ্যাসটো তিব্বত-বৰ্মীৰ অৱদান। বড়ো আৰু মিৰি নৃত্য ভঙ্গিমাৰ লহৰেই বিহু নাচৰ উৎস বুলি নৃত্যবিদসকলে ক'ব খোজে।

বাদ্যযন্ত্ৰৰ ভিতৰত চিফুং বাঁহী, ডবা, ভোৰতাল, টকা, গগনা আদি তিব্বতবৰ্মী অৱদান। কাপোৰত নানা তৰহৰ গছ, লতা, ফুল, জীৱ-জন্তু তোলাৰ আৰ্হি তিব্বতবৰ্মীৰ

প্ৰভাৱৰ ফল। অসমীয়া ভাষা-সাহিত্য, কৃষ্টি সংস্কৃতি সভ্যতাত বড়ো তথা তিব্বতোবৰ্মী ভাষাৰ প্ৰভাৱেই আটাইতকৈ বেছি।

ইয়াৰ উপৰিও অসমীয়া ভাষাৰ উচ্চাৰণ ক্ৰিয়াপদ, প্ৰত্যয় আৰু কিছুমান জতুৱাঠাঁচৰ ব্যৱহাৰত বড়ো ভাষাৰ প্ৰভাৱ উল্লেখযোগ্য।

কোচ আৰু বৰাহী ৰজা নৰনাৰায়ণ আৰু মহামাণিক্য ৰজাৰ পৃষ্ঠপোষকতাত থাকি শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আৰু মাধৱ কন্দলীয়ে ক্ৰমে বৰগীত, পদ, ভটিমা, ধৰ্ম-গ্ৰন্থ আৰু ৰামায়ণ মহাকাব্যৰ অনুবাদ কৰাৰ দৃষ্টান্তই প্ৰমাণ কৰে যে অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিত তিব্বতোবৰ্মীয় গোষ্ঠীৰ প্ৰভাৱ প্ৰণিধানযোগ্য।

তিব্বতবৰ্মীসকলৰ পিছত অসমলৈ চীনা ভাষী পৰিয়ালৰ শ্যাম বা টাই ভাষীসকল আহে। এওঁলোকৰ ভিতৰৰে আহোম নামৰ এটি ঠালৰ পৰাই অসম নামৰ উৎপত্তি হৈছে। আহোমসকলে ছশ বছৰ অসমত ৰাজত্ব কৰে। এওঁলোকে অসমৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্মীয় জীৱনত আমূল পৰিবৰ্তনৰ সূচনা কৰিছিল। প্ৰাচীন অসমৰ ভৌগোলিক সংহতি আৰু ঐক্য স্থাপন কৰাত আহোমসকলৰ অৱদান উল্লেখযোগ্য। শদিয়াৰ পৰা কৰতোৱালৈ বিস্তৃত ভূখণ্ডৰ অধিপতি হৈ তেওঁলোকে নিজৰ আহোম ভাষাৰ পৰিবৰ্তে আৰ্য অসমীয়া ভাষাক ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰি, সকলোকে একতাৰ ডোলেৰে বান্ধি পেলায়। গাঁও, সংগঠন আৰু বৃহৎ অসমীয়া জাতি গঠনত আহোমসকলৰ বৰঙণি প্ৰশংসনীয়। বৰ্তমান অসমীয়া সমাজত বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা, ফুকন, বৰা শইকীয়া প্ৰভৃতি উপাধিসমূহ আহোম ৰাজত্বকালৰ পৰা প্ৰচলিত।

ভাৰতবৰ্ষৰ ভিতৰত প্ৰথমে আহোমসকলে বুৰঞ্জী প্ৰণয়ন কৰিছিলে। ৰাষ্ট্ৰৰ সকলো লোকক বিভিন্ন বৃত্তিত সুদক্ষ আৰু সুনিপুণ কৰিবলৈ পাইক প্ৰথা আৰু খেল প্ৰথাৰ সৃষ্টি কৰিছিল। পুৰুষ আৰু নাৰীৰ যি জাতীয় সাজ পোচাক তাকো আহোমসকলে নিৰ্ধাৰিত কৰি দিছিল। কিন্তু বৰ্তমান সময়ত পুৰুষৰ দৰে নাৰী সমাজতো আন্তৰ্জাতিক পোচাক পৰিচ্ছেদ পাট দখল কৰিছে। মুগা পাট, মেজাংকৰী আদি বস্ত্ৰৰ ব্যৱহাৰো তেওঁলোকে লগত লৈ আহিছিল।

স্থাপত্য, ভাস্কৰ্য আদিতো আহোমসকল সুনিপুণ আছিল। ৰংঘৰ কাৰেংঘৰ, তলাতল ঘৰ, জয়দৌল, শিৱদৌল প্ৰভৃতি তেওঁলোকৰেই কীৰ্তি তেওঁলোকেই অসমৰ চুকে কোণে প্ৰকাণ্ড প্ৰকাণ্ড পুখুৰীবোৰ খান্দিছিল

বেহা-বেপাৰৰ সুবিধাৰ কাৰণে ঠায়ে ঠায়ে আহোমসকলে হাট পাতিছিল। আহোম ৰাজত্ব কালত নাৰীৰ স্থান উচ্চ আছিল, আনকি পুৰুষৰ সমানে সমানে নাৰীও ছিংহাসনৰ অধিকাৰিণী হ'ব পাৰিছিল।

আহোম ৰজাসকলে বিহু উৎসৱক জাতীয় উৎসৱত পৰিণত কৰিছিল। ৰংঘৰ সাজি ডা-ডাঙৰীয়াৰ সৈতে বিহুনাচ, ম্‌হৰি, ম'হযুঁজ আৰু কণীযুঁজ আদি বিভিন্ন খেল ধেমালি চাই আনন্দ লভিছিল।

দোষীসকলক উগ্ৰ শাস্তি দিয়াতো আহোম ৰাজত্বৰ এটি বিশেষত্ব। সামাজিক আৰু ৰাজনৈতিক দিশত আহোমসকলে পাৰ্গতালি দেখুৱাব পাৰিছিল।

আহোমসকলৰ পিছত অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিলৈ মুছলমানসকলৰ প্ৰভাৱ উল্লেখযোগ্য।

আধুনিক অসমীয়া ভাষাত আৰবী আৰু ফাৰ্চী শব্দসমূহ—ৰজা, ৰাজসন্মান, যুদ্ধ, খাজনা, শাসন, আইন, ইছলাম, ধৰ্ম সম্বন্ধীয় মানসিক, সংস্কৃতিমূলক, বিলাসৰ সামগ্ৰী আৰু ব্যৱসায় বিষয়ক হিচাপে ভাষাতত্ত্ববিদসকলে ঠাৱৰ কৰিছে। ইছলামিক ভাষাৰ এই শব্দৰাজিয়ে এফালে অসমীয়া ভাষাৰ পৰিসৰ বৃদ্ধি কৰিছে আৰু আনফালে প্ৰকাশভঙ্গীৰ সাৰ্থকতা দান কৰিছে। অসমীয়া ভাষাত ৰচিত 'পাদশ্যাহ' বুৰঞ্জী, মুছলমান সাহিত্যিকৰ উল্লেখযোগ্য দান।

অসমীয়া আধ্যাত্মিক জীৱনত প্ৰভাৱ পেলোৱা জিকিৰ আৰু জাৰি গীতসমূহ মুছলমানসকলৰ অসমীয়া সাহিত্যলৈ অমূল্য দান। এই গীতবোৰ মহৰম উৎসৱত গোৱা হয়।

অসমীয়া হিন্দু তিৰোতাৰ বিয়ানামৰ আৰ্হিত মুছলমান তিৰোতাসকলেও বিয়ানাম ৰচিছিল।

ইছলামৰ চুফিবাদৰ প্ৰভাৱ কেবাজনো অসমীয়া কবিৰ ওপৰত পৰিছিল—তাৰ ভিতৰত ˚ যতীন্দ্ৰ নাথ দুৱৰা অন্যতম।

হিন্দু ধৰ্মৰ বেদান্ত আৰু কবিৰৰ 'একেশ্বৰ বাদ'ৰ মিল লক্ষণীয়। শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মতো কবিৰৰ মতবাদৰ প্ৰভাৱ লক্ষ্য কৰিবলগীয়া। আনহাতে বৈষ্ণৱ ধৰ্মৰ ভাবধাৰাৰ লগত মিল থকা কাৰণেই অসমত ইছলাম ধৰ্মৰ অতুলনীয় প্ৰভাৱ।

মুছলমান শিল্পী দিৰসৰ আৰু দোচাইৰ 'হস্তী বিদ্যাৰ্ণৱ' নামৰ পুথিৰ চিত্ৰাঙ্কন চমৎকৃতিজনক।

[illegible] প্ৰসাধনৰ সামগ্ৰী মুছলমানৰ প্ৰভাৱৰ ফলত অসমত প্ৰচলিত হয়।

আহোম ৰাজত্বৰ অন্তত অসম বৃটিছ শাসনৰ তললৈ যোৱাত বৃটিছসকলৰ লগত বঙ্গদেশৰ বহুলোক কেৰাণী-মহৰী আৰু উকীল হিচাপে আহি ইংৰাজী কৃষ্টি-সংস্কৃতি, ভাষা-সাহিত্য প্ৰচাৰৰ যোগেদি বঙালী ভাষা সাহিত্যৰো কিছু প্ৰভাৱ অসমীয়া ভাষা সাহিত্য কৃষ্টি-সংস্কৃতিত পেলায়।

বৃটিছৰ ৰাজত্বত অসমত বহু ইংৰাজী শব্দৰ প্ৰচলন হয়। অনুষ্ঠান আৰু অনুষ্ঠানত থকা আচবাবসমূহৰ নাম ইংৰাজী ভাষাত প্ৰচাৰ হোৱাত কালক্ৰমে অসমীয়া ভাষা-সাহিত্যত কিছু পোনপটীয়াভাৱে আৰু কিছু অপভ্ৰংশ হিচাপে ব্যৱহৃত হয়গৈ।

বৰ্তমান কালত ইংৰাজী শিক্ষাৰ প্ৰচলন হোৱাত শব্দ, ভাষা, কৃষ্টি-সংস্কৃতিৰ প্ৰভাৱো অসমীয়া ভাষা সাহিত্য-সংস্কৃতিত পৰেহি।

এইদৰে পৃথিৱীৰ দেশী-বিদেশী ভাষা-সাহিত্য-সংস্কৃতিৰ লগত অসমীয়া জাতীয়

জীৱনৰ সম্পৰ্ক স্থাপন হোৱাৰ ফলত নানা জাতি সম্প্ৰদায়ৰ নানা ভাব, ভাষা, সাহিত্য সংস্কৃতিৰ প্ৰভাৱ অসমীয়া জাতীয় জীৱনত প্ৰতিফলিত হৈছে।

বৰ্তমান কালত দেশী-বিদেশীসকলৰ প্ৰচণ্ড হেঁচাত পৰি অসমীয়া জাতীয় জীৱন থৰক-বৰক্। ইপিনে বানপানী, ভূমিকম্প ক্ৰমবৰ্ধমান নিবনুৱা, মূল্যবৃদ্ধিৰ, বহিৰাগতৰ সমস্যা আদি এশ এবুৰি সমস্যাই অসমীয়াৰ জাতীয় জীৱন বিপন্ন কৰিছে। বিভিন্ন বিভেদকামী, স্বাৰ্থান্বেষী শক্তিয়ে অসমৰ সমতাৰ প্ৰাচীৰ থান্-বান্ কৈ ভাঙি পেলাবলৈ, সম্প্ৰীতিৰ নিকপকপীয়া এনাজৰী ছিন্ন-ভিন্ন কৰিবলৈ ভীষণ ষড়যন্ত্ৰ কৰি আছে। সেই নাস্ত-চক্ৰৰ বেহ ভেদ কৰি পুৰণি যুগমীয়া ঐতিহ্য পুনৰুদ্ধাৰ কৰিবলৈ অসমত বাস কৰা সকলো গোষ্ঠী সকলো সম্প্ৰদায় আৰু সকলো ধৰ্মাবলম্বী লোকৰ পবিত্ৰ আৰু অনিবাৰ্য কৰ্তব্য। অন্যথায় প্ৰাচীন অসমীয়া জাতীয় ঐতিহ্য আৰু পৰম্পৰাত কুঠাৰাঘাত কৰা হ'ব আৰু পৰিণাম হ'ব সকলোৰে কাৰণে বিষময়।

আজিৰ এই ৰঙালী বিহুৰ পবিত্ৰ ক্ষণত, পূৰ্বপুৰুষসকলে ৰাখি থৈ যোৱা জাতীয় ঐতিহ্যৰ স্মৃতি ৰোমন্থন কৰি বৃহৎ অসমীয়া জাতীয় ঐতিহ্য ৰক্ষা কৰিবলৈ অসমীয়া জাতীয় জীৱনৰ জন্মপত্ৰিকাখন নতুন বছৰৰ নৱ প্ৰভাতত মেলি চোৱাৰ সময় হৈছে।

* * *